# ৰাষ্ট্ৰপতি জাকিৰ হুছেইন

( চমু জীৱন-কথা )



শ্ৰীগোকুল ডেকা

— পৰিৱেশক —

কমল ষ্টোৰ্স

বৰপেটা : অসম

RASTRAPATI JAKIR HUSSAIN—A short life sketch of late Jakir Hussain, the third President of India, written by sri Gokul Deka and published by sri Bhuban Das, Barpeta, Assam. Distributor Kamal Stores, Barpeta. 1st edition 1972. Price Rupees two only.



প্ৰকাশক ॥ শ্ৰীভুবন দাস, বৰপেটা, অসম
পৰিবেশক ॥ কমল ষ্টোৰ্স, বৰপেটা, অসম
প্ৰথম প্ৰকাশ ॥ ১৯৭২ ইং চন

ছপাশাল ॥ লক্ষ্মী প্ৰেছ, বৰপেটা, অসম

মূল্য ॥ দুই টকা মাত্ৰ।

সেই লিখনিবপৰা প্ৰয়োজনীয় কিছু অংশ অনুবাদ কৰিও লোৱা হৈছে।

কিতাপখনত বহুতো বৰ্ণাশুদ্ধি ৰৈ যোৱা বাবে, আৰু বিশেষকৈ ইংৰাজী উদ্ধৃতি কেইটাৰ অসমীয়া অনুবাদখিনি অনিবাৰ্য্য কাৰণ বশতঃ যথাযথ ভাবে ছপা নোহোৱাত আমি পঢ়ুৱৈৰ ওচৰত ক্ষমা বিচাৰিছোঁ।

বৰপেটাৰ শ্ৰীযুত ভুবন দাসে স্ব-ইচ্ছাৰে কিতাপখন প্ৰকাশ কৰি দিয়া বাবে তেখেতলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা থাকিল।

তেজপুৰ।

১৯৭২ ইং

শ্ৰীগোকুল ডেকা

# ॥ সূচী-পত্ৰ ॥

# বাল্যকাল

জাকিৰ হুছেইনৰ জন্ম হয় ১৮৯৭ চনৰ ৮ ফেব্ৰুৱাৰীৰ দিনা হায়দৰাবাদত। আফ্ৰিডি আফগান পৰিয়ালত জন্ম গ্ৰহণ কৰি তেওঁ সৰু কালৰে পৰা উত্তৰ প্ৰদেশৰ ফৰুখাবাদ জিলাৰ কোয়েমগঞ্জ চহৰত বসবাস কৰিবলৈ লয় আৰু তাতেই তেওঁ ডাঙৰ দীঘল হয়।

জাকিৰ হুছেইনৰ ককা দেউতা গুলাম হুছেইন খান আছিল সেনা বাহিনীৰ এজন গণ্য লোক। গুলাম হুছেইনৰ দিনত তেওঁ-লোকৰ ঘৰুৱা অৱস্থা সিমান ভাল নাছিল। পিছত যেনিবা গুলাম হুছেইনৰ পুত্ৰ অৰ্থাৎ জাকিৰৰ বাপেক ফিদা হুছেইনৰ ওকালতি জীৱন আৰম্ভ হোৱাতহে তেওঁলোকৰ প'ৰিয়ালটোৰ আৰ্থিক চিন্তা কিছু পৰিমাণে দূৰ হয়। ফিদা হুছেইনৰ দিনতে হায়দৰাবাদ নগৰৰ বুকুত থকা বেগাম বজাৰত এটা দুমহলীয়া ডাঙৰ ঘৰ সাজিলত তেওঁলোকৰ থকা-মিলাৰ বেছ সুবিধা হয়। হায়দৰাবাদৰ সেই ঘৰতে জাকিৰ হুছেইনৰ জন্ম হয়।

ফিদা হুছেইন পিছলৈ কোৰ্টৰ মুন্সিফ আৰু পৰভানি জিলাৰ ভিতৰত এজন খ্যাতি সম্পন্ন মেজিষ্ট্ৰেট হয়গৈ। দুৰ্ভাগ্য এয়েই যে চিদা হুছেইনে বেছিদিন সুখ ভোগ কৰিব নোৱাৰিলে। মাত্ৰ ৩৯ বছৰ বয়সতে তেওঁৰ মৃত্যু ঘটে। সেই সময়ত জাকিৰ হুছেইন আছিল মাত্ৰ ৮ বছৰীয়া ল'ৰা। মৃত্যুৰ সময়ত চিদা হুছেইনে ৭ টা পুত্ৰ সন্তান এৰি থৈ যায়। সেয়া হ'ল— মুজাফফৰ হুছেইন খান, আবিদ হুছেইন খান, জাকিৰ হুছেইন খান, জাহিদ হুছেইন খান, ইউচুফ হুছেইন খান, জাফাৰ হুছেইন খান আৰু মহম্মদ

হুছেইন খান। উক্ত ৭ জন ভাই-ককাইৰ ভিতৰত এতিয়া ইউচুফ হুছেইন আৰু মহম্মদ হুছেইনহে জীৱিত আছে। মুজফ্ফৰ হুছেইন খান, আবিদ হুছেইন খান আৰু জাহিদ হুছেইন খানৰ মৃত্যু হয় টি-বি বেমাৰত তেওঁলোকৰ যৌৱন অৱস্থাত। জাফাৰ হুছেইনৰ মৃত্যু হয় লবা'ল কালত। ডঃ মহম্মদ হুছেইন বৰ্ত্তমান কৰাচী বিশ্ববিদ্যালয়ৰ কলা গুৰু।

জাকিৰ হুছেইনে তেওঁৰ প্ৰাথমিক শিক্ষা ঘৰতে আয়ত্ব কৰি পিছত চুলটান বজাৰ চৰকাৰী হাইস্কুলত শিক্ষা গ্ৰহণ কৰিবলৈ লয়। স্কুলত পঢ়ি থকা কালছোৱাত জাকিৰ আছিল অত্যন্ত লাজুক, অথচ মেধাৱী ছাত্ৰ। ১৯০৫ চনত বাপেকৰ মৃত্যুৰ পিছত মাকে গোটেই কেইজন সন্তানকে সুশিক্ষিত কৰি গঢ়ি তোলাৰ সপোন দেখিছিল; কিন্তু জাকিৰ হুছেইনৰ ওপৰত মাকৰ প্ৰভাৱ আছিল গভীৰ। ১৯০৮ চনত জাকিৰক মাকে ইটাৱাহ নামে ঠাইত অৱস্থিত ইচলামিয়া হাইস্কুললৈ পঠিয়ায়। তাত জাকিৰে বহুতো গণ্য মান্য লোকৰ সৎ আদৰ্শবাজি আহৰণ কৰে আৰু তেওঁলোকৰ সান্নিধ্যত জাকিৰ বাৰুকৈয়ে উপকৃত হয়।

স্কুলৰ প্ৰধান শিক্ষক চৈয়দ আলটাফ হুছেইনে ছাত্ৰ সকলক বিশেষকৈ ইংৰাজী আৰু অংক শিকাইছিল। জাকিৰে প্ৰধান শিক্ষক জনৰ পৰা সহজে শিক্ষা আয়ত্ব কৰি সুখ্যাতিৰে স্কুলীয়া জীৱন যাপন কৰিছিল। স্কুলীয়া জীৱন শেষ কৰি মৰমৰ স্কুলখন এৰি আহিবৰ সময়ত ছাত্ৰ বন্ধু সকলৰ মাজত জাকিৰে কেবাদিনো ইংৰাজী ভাষাত ধুনীয়াকৈ বক্তৃতা দি এক আলোড়নৰ সৃষ্টি কৰিব পাৰিছিল।

স্কুলীয়া জীৱনতে জাকিৰে ৰাজনীতিৰো গোন্ধ অনুভৱ কৰিছিল। ৰাজনীতি মূলক দৈনিক খবৰবোৰ জানিবলৈ তেওঁ সদায় ইটাৱাহ

ৰেল ষ্টেচনলৈ গৈ 'পায়োনিয়াৰ' নামৰ কাগজখন পঢ়ে আৰু স্কুল বোৰ্ডিঙত ৰৈ থকা বন্ধুবৰ্গক তেওঁ বাতৰিবোৰ ডাঙৰ ডাঙৰকৈ পঢ়ি শুনায়। অৱশ্যে প্ৰধান শিক্ষকজনেও বাতৰি পঢ়াত ছাত্ৰ সকলক উৎসাহ নিদিয়াকৈ থকা নাছিল।

স্কুলত পঢ়ি থকা অৱস্থাতে জাকিৰ হুছেইনৰ মন আকাশ এক কলীয়া ডাৱৰে ঢাকি পেলাইছিল। কিয়নো ১৯১১ চনত কোয়েমগঞ্জত থকা তেওঁৰ পৰিয়ালটোৰ কেবাজনো লোক প্লেগ বেমাৰত আক্ৰান্ত হয়। মাকো হয় সেই বেমাৰতে আক্ৰান্ত। মৃত্যু যন্ত্ৰণাত চটফটাই থকা মাকে পুত্ৰ কেইজনৰ মুখকেইখন এবাৰ চাই লোৱাৰ হেপাহ কৰিলে; কিন্তু সেই হেপাহ আৰু পূৰণ নহ'ল। ক্ষন্তেক পিছতে তেওঁ মাটিত ঢলি পৰিল আৰু ইহ সংসাৰৰ পৰা বিদায় মাগিলে।

মাকৰ মৃত্যুৰ পিছত চুফি হাচান চাহৰ তত্বাৱধানত জাকিৰ হুছেইনে জীৱন নৈত সাতুৰিবলৈ ধৰিলে। জাকিৰৰ প্ৰতি হাচান চাহৰ মৰম-স্নেহ আছিল প্ৰগাঢ়, ভদ্ৰ ব্যৱহাৰ আছিল তেওঁৰ লগৰীয়া। হাচান চাহৰ যত্নতে পাৰ্চী ভাষা ভালকৈ আয়ত্ব কৰিছিল জাকিৰে। সেইজনা জাকিৰে পাণ্ডুলিপি কপী কৰা, বুকবাইণ্ডিং কাম কৰা আদিত পাৰদৰ্শিতা দেখুৱাৰ কেইবছৰমান পিছত জামিয়াৰ প্ৰকাশন বিভাগত সোমাই পৰে। হাচান চাহৰ মৃত্যুৰ পিছত ওচৰ চুবুৰীয়া কেবাজনো ব্যক্তিয়ে জাকিৰ হুছেইনক আৰ্থিক সাহায্য দিবলৈ আগবাঢ়ি আহে।

## উচ্চ শিক্ষা

১৯১৩ চনত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হ'ল জাকিৰ হুছেইন। তাৰ পিছত আলিগড়ত অৱস্থিত 'মহামেদান এংলো অৰিয়েণ্টেল'

( বৰ্ত্তমান আলিগড় মুছলিম বিশ্ববিদ্যালয় ) কলেজত নাম ভৰ্ত্তি কৰে। নাম ভৰ্ত্তি কৰিবৰ দিনা ককায়েক মুজফ্ফৰ হুছেইন আৰু আবিদ হুছেইনে সহায় কৰি দিছিল আৰু কলেজ হোস্তেলত নিয়ম কানুন শিকাই দিছিল। সিদিনাৰ সন্ধিয়াৰ কথা: জাকিৰে কোনো দিনে জোতা পিন্ধা নাছিল, হাতত ঘড়ী লোৱা নাছিল। ককায়েক দুজনে জাকিৰৰ বাবে এজোৰা জোতা আৰু এটা হাতঘড়ী কিনি আনিলে। লগতে কিতাপ আৰু লেম আদি অন্যান্য বস্তু কেইপদমানো কিনি আনি জাকিৰক দি, যাবৰ সময়ত বৰ ককায়েকে কলে,— 'চাবি, যেতিয়া বেল কোবায় তেতিয়া তই ডাইনিং ৰুমলৈ গৈ ভাত খাবি।' প্ৰথম দিনাই জাকিৰ বিমোৰত পৰিল। তেওঁ ভাবিবলৈ ধৰিলে— কেতিয়ানো ভাত খোৱা বেল কোবায়! তেওঁ বাৰুকৈয়ে ভোক অনুভৱ কৰিলে। পিছে ভাবি থাকোঁতে কেইমিনিটমান আগতে যে বেল কোবালে তেওঁ গমকে নাপালে। শেষত তেওঁ অকলে ডাইনিং ৰুমলৈ যোৱাটোকে ঠিক কৰিলে যদিও কোন ফালেদি যাব লাগে ঠিৰাং কৰিব নোৱাৰি নিজৰ পঢ়া ৰুমটোৰ তলা লগাই সন্মুখত থকা নিমগছ জোপাৰ তলতে ক্ষন্তেক বহি পৰিল। সিফালে বন্ধুবৰ্গও ভাত খাই উভতি আহিল, - কোনোৱে হয়তো গুণ গুণাই গান গাইছে, কোনোৱে বা হাঁহিছেই।

জাকিৰৰ বৰ বেয়া লাগি গ'ল। স্কুলত পঢ়ি থাকোঁতে তেওঁ ঘড়ী চাই কেতিয়াও অহা-যোৱা নকৰিছিল। ঘৰৰ ছাঁ চাই, চোতালত ৰেখা টানি সময় নিৰ্দ্ধাৰণ কৰা জাকিৰক সময়ে কেতিয়াও বিপদত পেলোৱা নাছিল; কিন্তু কলেজত ঘড়ী ব্যৱহাৰ কৰাৰ ফলত তেওঁক প্ৰথম দিনাই সময়ে ঠগিলে। সিদিনা তেওঁৰ ভাত খোৱাও নহল।

যি নহওক, অলপ দিনৰ ভিতৰতে জাকিৰ হুছেইন অতি জনপ্ৰিয় হৈ প'ৰল তেওঁৰ বন্ধু বৰ্গৰ মাজত। ছাত্ৰ বন্ধু সকলৰ মাজত তেওঁ

হৈ পৰিল মুৰ্ছিদ ( উপদেষ্টা ) । কোৱা উচিত হব যে ১৯১৫ চনত আই-এচ-চি পৰীক্ষাত উত্তীৰ্ণ হৈ বি-এচ-চি পঢ়াৰ ধাউতিৰে তেওঁ লক্ষ্ণৌৰ খৃষ্টীয়ান কলেজত নাম ভৰ্ত্তি কৰিছিল যদিও সাংঘাতিক অসুখ হোৱাত সেই কলেজ বাদ দি এবছৰ লোকচান হলেও পুণৰ তেওঁ আলিগড়লৈ আহি বি-এ পঢ়ি অনাৰ্চ সহ পৰীক্ষাত উত্তীৰ্ণ হয়। কলেজৰ চাৰি বছৰীয়া কালছোৱাত তৰ্ক সভা, গঠনমূলক কাম, সমাজ সেৱা, সাহিত্য চৰ্চ্চা আদিত বৰ নাম কৰিছিল জাকিৰে। ছাত্ৰ ইউনিয়নত তেওঁ এবাৰ উপ-সভাপতি নিৰ্ব্বাচিত হৈ ছাত্ৰ সকলৰ মাজত আলোড়নৰ সৃষ্টি কৰিছিল। তেওঁৰ দিনত, ছাত্ৰ সকলৰ মাজত তৰ্ক আৰু কথন ভঙ্গিত শ্ৰেষ্ঠ হিচাপে পৰিগণিত হৈ 'হেৰল্ড কপ্প' আৰু 'কেম্ব্ৰিজ স্পিকিং' প্ৰাইজ লাভ কৰিবলৈ সক্ষম হৈছিল একমাত্ৰ জাকিৰ হুছেইন। কলেজ আলোচনীত তেওঁ প্ৰায়েই 'ৰিপ' গুপ্ত নামত কেবাটাও প্ৰৱন্ধ প্ৰকাশ কৰি নিজকে প্ৰতিষ্ঠা কৰিব পাৰিছিল।

বি-এ ডিগ্ৰী লাভ কৰি তেওঁ এম-এ পঢ়িবলৈ লয় আৰু বাপেকৰ ধৰ্ম্ম ৰক্ষা কৰিবলৈ লগতে তেওঁ আইন কলেজতো নাম ভৰ্ত্তি কৰে। এম-এৰ ছাত্ৰ হৈ থাকোঁতেই তেওঁ ছাত্ৰ সকলৰ মাজত এজন সুদক্ষ অধ্যাপকে দিয়াৰ দৰে ভাল বক্তৃতা দিব পাৰিছিল। কলেজৰ দৰে বিশ্ববিদ্যালয়তো তেওঁ ছাত্ৰ নেতা হব পাৰিছিল আৰু ছাত্ৰ-অধ্যাপক সকলৰ মাজত সহজে সোমাই পৰিছিল।

এম-এ ডিগ্ৰী অৰ্জন কৰি উচ্চ শিক্ষাৰ্থে জাকিৰ হুছেইন গ'ল জাৰ্মানীলৈ। বাৰ্লিন বিশ্ববিদ্যালয়ত নাম ভৰ্ত্তি কৰাৰ সময়ত জাকিৰ হুছেইনক নিজৰ ভাইৰ দৰে জ্ঞান কৰি প্ৰভূত সহায় কৰিছিল সৰোজিনী নাইডুৰ ভায়েক বীৰেন্দ্ৰ নাথ চট্টোপাধ্যায়ে। তদুপৰি তাত অনেক বন্ধু-বান্ধৱক জাকিৰে লগ পাই উৎসাহিত হৈছিল। ডক্টৰেট ডিগ্ৰী লাভ কৰাৰ ৰঙীন সপোনত উৎফুল্লিত হ'ল জাকিৰ হুছেইন।

উচ্চ আশা বুকুত বান্ধি তেওঁ নিয়মিতৰূপে সাময়িক কাগজ-পত্ৰ, আলোচনী আৰু লাইব্ৰেৰীৰ কিতাপ সমূহ মনপুতি অধ্যয়ন কৰাত লাগি গ'ল। অধ্যয়নত তেওঁ কেতিয়াও নিজকে অৱহেলা কৰা নাছিল। সেয়েহে তেওঁৰ মনৰ কামনা সহজে পূৰ্ণ হ'ল— ১৯২৬ চনত অৰ্থ-নীতিত লাভ কৰিলে পি-এইচ-ডি। ডঃ জাকিৰ হুছেইনৰ থেচিচখনৰ নাম আছিল 'Summa cum laude.'

## জামিয়া মিলিয়া ইছলামিয়া

১৯২০ চনত অসহযোগ আন্দোলনৰ ধুমুহা। পৰাধীনতাৰ শিকলিৰ পৰা ভাৰতক মুক্ত কৰিবলৈ মহামানৱ মহাত্মা গান্ধীয়ে প্ৰথম অসহযোগ আন্দোলনৰ সৃষ্টি কৰিলে। সেই আন্দোলনৰ মূল নীতি আছিল—'ভাৰতক শোষণ আৰু শাসন কৰাত বৃটিছৰ লগত অসহযোগ।' কংগ্ৰেছত 'পূৰ্ণ স্বতন্ত্ৰতাৰ অগ্নি দপ দপকৈ জ্বলি উঠিছিল। গান্ধীজীয়ে ভাৰতীয় জনসমূহক বৃটিছ চৰকাৰৰ বিৰুদ্ধে স্বাধীনতাৰ সৈনিক ৰূপত ৰূপ দিবলৈ সক্ষম হৈছিল। অহিংসাৰ মন্ত্ৰ লৈ সত্যৰ পথেৰে আগ বাঢ়িছিল আমাৰ স্বাধীনতা-প্ৰিয় সৈনিক দল। অহিংসাৰে নিজৰ দেশক উদ্ধাৰ কৰাৰ কাৰণে দেশ জুৰি এক বিপ্লৱৰ সূচনা হ'ল। দেশৰ সকলো ঠাইৰ ব্যাৰিষ্টাৰ, উকীল আদিয়ে আদালত বৰ্জ্জন কৰিলে। ছাত্ৰ সকলে স্কুল, কলেজ এৰি আন্দোলনত জাপমাই পৰিছিল। *[১]

সেই সময়ত জাকিৰ হুছেইন আছিল আলিগড় বিশ্ববিদ্যালয়ৰ ছাত্ৰ। মহম্মদ আলি জোহৰৰ সৈতে মহাত্মাই আলিগড় বিশ্ব-বিদ্যালয় পৰিদৰ্শন কৰাৰ সময়ত জাকিৰ হুছেইনে এম-এ সম্পূৰ্ণ

---

*[১] লেখকৰ 'ভাৰত বত্ন লাল বাহাদুৰ' চাওক

কৰিছে মাধোন। সেই সময়ত চাকৰি, নিৰাপত্তা আৰু স্বীকৃতিৰ প্ৰলোভনত পৰি আলিগড়ৰ সৰহভাগ ছাত্ৰই আছিল বৃটিছ ভক্ত। এই কথাত জাকিৰে লজ্জাবোধ কৰিলে আৰু মহাত্মাৰ লগ লাগিল। তেওঁ আলিগড় ত্যাগ কৰি আজমল খাঁ আৰু আলি ভ্ৰাতৃদ্বয়ৰ সৈতে আত্মনিয়োগ কৰি জামিয়া মিলিয়া ইছলামিয়া নামৰ এটা জাতীয় মুছলিম বিশ্ববিদ্যালয় স্থাপন কৰে। যমুনাৰ তীৰত অৱস্থিত জামিয়া মিলিয়া ইছলামিয়া হ'ল জাতীয় শিক্ষা অনুষ্ঠানবোৰৰ ভিতৰত এটা লেখত লবলগীয়া অৱদান। জাকিৰ হুছেইন জাৰ্মানীলৈ যোৱাৰ পূৰ্ব্বে জামিয়াৰ অৱস্থা যেনেকুৱা আছিল, উভতি অহাৰ পিছত জাকিৰে জামিয়াক বৰ শোচনীয় অৱস্থাত দেখিছিল। বহুতে ভাবিছিল যে জামিয়াৰ ভবিষ্যত অন্ধকাৰ, যিহেতু ইয়াৰ কোনো পুঁজি নাই আৰু কোনো সম্প্ৰদায়ে আন্তৰিকতাৰে ইয়াক সমৰ্থন জনোৱাৰ সঁহাৰি দেখা নাযায়। হিন্দু সকলৰ ভিতৰত সমৰ্থন নাই বুলিয়েই ধৰি লোৱা হৈছিল। অৱশ্যে এই অনুস্থানৰ প্ৰধান উদ্দেশ্য হলে ভালেই আছিল— উদ্দেশ্য হ'ল— ইচলামিক শিক্ষা বিস্তাৰ, স্বাধীনতাৰ প্ৰতি শ্ৰদ্ধা আৰু উৰ্দ্দুৰ প্ৰতি সেৱা।

কেইজনমান দূৰদৰ্শী ব্যক্তিয়ে জাৰ্ম্মানীত থকা জাকিৰ হুছেইনলৈ জনালে,— 'জামিয়াৰ অৱস্থা ভালৰ ফালে অহা নাই। কি কৰা উচিত হব সেই বিষয়ে আপোনাৰ মতামত জনাব লাগে।' উত্তৰত জাকিৰ হুছেইনে জনালে,— 'জামিয়াৰ কাৰণে মোৰ বন্ধুৰ সৈতে মই মোৰ জীৱন উচৰ্গা কৰিবলৈ ৰাজি আছোঁ। চাব যাতে আমি গৈ পোৱাৰ আগতেই বন্ধ হৈ নাযায়।' কাৰ্য্যকৰী কমিটী বহাৰ আগতে দিল্লীত থকা হাকিম আজমল খানকো লগ ধৰি এটা সঁজাতি দলে কলে,— 'জামিয়াক জীয়াই ৰখাত আপুনি আমাক সহায় কৰিব লাগে।' হাকিম চাহাবে সঁজাতি দলটোক সুধিলে,— 'যদি মই জামিয়া দিল্লীলৈ উঠাই আনোঁ আপোনালোকে কিদৰে ইয়াৰ সেৱা

কৰিব বাক ?' সঁজাতি দলটোৱে ধপহকৈ উত্তৰ দিলে,— 'কোনো পাৰিশ্ৰমিক নোহোৱাকৈয়ে আমি এই অনুষ্ঠানৰ মঙ্গলৰ বাবে খাটি দিম ।'

কাৰ্য্যকৰী কমিটীৰ সিদ্ধান্ত ক্ৰমে জামিয়াক আলিগড়ৰৰ পৰা দিল্লীলৈ নিয়াৰ প্ৰস্তাৱ এটা গ্ৰহণ কৰা হ'ল আৰু তাক চলোৱাৰ সম্পূৰ্ণ দয়িত্ব হাকিম চাহাবে ললে । এই সিদ্ধান্তৰ কথা তেতিয়াও মহাত্মা গান্ধীৰ কানত পৰা নাছিল । পিছত যেতিয়া তেওঁক জামিয়াৰ ভৱিষ্যত দুৰৱস্থাৰ কথা বৰ্ণনা কৰা হ'ল তেতিয়া কোনো চিন্তা নকৰাকৈয়ে ধপহকৈ উত্তৰ দিলে,— 'যদি টকাই ঘাই সমস্যা বুলি ভৰা হয় তেন্তে টকাৰ বাবে মই ভিক্ষা মাগি ফুৰিম ।' মহাত্মাৰ এই সাহস বাণীয়ে হাকিম চহাবক বাৰুকৈয়ে উৎসাহ-উদ্দীপনা যোগালে আৰু আটায়ে ভাবিলে যে জামিয়াৰ মৃত্যু অসম্ভৱ । ১৯২৫ চনৰ ২৮ জানুৱাৰীৰ দিনা হাকিম আজমল খানৰ ঘৰত এখন ফাউণ্ডেচন কমিটী গঠন কৰা হ'ল আৰু তাতে মৌলানা আবুল কালাম আজাদ অন্তৰ্ভুক্ত হোৱাকৈ ৬ জনীয়া উপ-সমিতি এটা গঠন কৰি দি সুস্থ সবল প্ৰতিবেদন এটা দাখিল কৰিবলৈ ভাৰ দিয়া হ'ল । দ্বিতীয় দিনা এই উপ-সমিতিৰ ১ম বৈঠক বহে আৰু তাত মহাত্মা গান্ধীয়েও যোগদান কৰে । সিদিনা এটা প্ৰস্তাৱ যোগে জামিয়াক যি কোনো প্ৰকাৰে জীয়াই ৰখাৰ সিদ্ধান্ত গ্ৰহণ কৰা হয় । ফাউণ্ডেচন কমিটীৰ ১৭ মাৰ্চ্চত বহা বৈঠকত আলিগড়ৰ পৰা জামিয়া দিল্লীলৈ স্থানান্তৰিত কৰাৰ শেষ সিদ্ধান্ত গ্ৰহণ কৰা হয় । অৱশ্যে এনে সিদ্ধান্তত কেইজনমান ছাত্ৰ অসন্তুষ্ট নোহোৱাকৈ থকা ন ছিল । ব্যক্তিগত অসুবিধা দৰ্শাই তেওঁলোক দিল্লীলৈ গৈ জামিয়াত প্ৰবেশ কৰিবলৈ অনিচ্ছুক হ'ল মৌলানা মহম্মদ আলীয়ে এই জটিল সমস্যাটোৰ সু-মীমাংসা কৰিবলৈ অশেষ চেষ্টা কৰিলে আৰু ছাত্ৰ সকলৰ মাজত সাৰুৱা ভাষণ দি জামিয়াৰ ওপৰত গুৰুত্ব আৰোপ

কৰিবলৈ উপদেশ দিলে। পিছৰ বছৰত জাৰ্মানীৰ পৰা মুজিব আৰু আবিদ হুছেইন চাহাবৰ লগত জাকিৰ হুছেইন ঘুৰি আহি জামিয়াৰ উন্নতি কল্পে উঠি-পৰি লাগিল। সেই বছৰতে ডঃ জাকিৰ চাহাবক চেইখ-উল-জামিয়া নিযুক্ত কৰাৰ উপৰিও মুজিব চাহাবক বুৰঞ্জীৰ অধ্যাপক আৰু আবিদ চাহাবক 'জামিয়া'ৰ আলোচনীৰ সম্পাদক নিযুক্ত কৰা হ'ল। এই তিনিওজনা ব্যক্তিয়ে জামিয়াক এক মহান ৰাষ্ট্ৰীয় শিক্ষা অনুষ্ঠান হিচাবে গঢ় দিয়াত উঠি পৰি লাগিল। প্ৰথম অৱস্থাত নতুন দিল্লীৰ কেৱল বাগৰ এটা ভাড়া ঘৰতহে জামিয়াৰ সকলো কাম সমাধা হৈছিল।

মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ ফল স্বৰূপে গঢ়ি উঠা জামিয়া মিলিয়া ইছলামিয়া প্ৰায়েই আৰ্থিক সমস্যাৰ সম্মুখীন হবলগীয়া হৈছিল। ১৯২৭ চনত হাকিম আজমল খানৰ মৃত্যুৰ পিছত জামিয়াক লৈ জাকিৰ বৰ বিপদত পৰিল। অনুষ্ঠানটিৰ বিত্তীয় অৱস্থা আৰু শোচনীয় হ'ল। বিদেশী শাসকে ডেকা অধ্যাপকক লেশমানো বিশ্বাস নকৰা হ'ল; শেষত সাধাৰণ মুছলমানৰ পৰাও সহযোগিতা নাইকীয়া হ'ল— বন্ধু বান্ধবো অনুষ্ঠানটিৰ প্ৰতি হ'ল সন্দিহান। তথাপি জাকিৰ হল অচল-অটল। মাহে মাত্ৰ ৮০ টকা বেতন লৈ হলেও জাকিৰে অন্যান্য অধ্যাপক সকলৰ সৈতে এই ৰাষ্ট্ৰীয় বিশ্ব-বিদ্যালয় খনক জীয়াই ৰাখিবলৈ চেষ্টা চলালে। এইদৰে ভাকৰীয়া বেতন লৈ জাকিৰে প্ৰায় ২০ বছৰ ধৰি জামিয়াৰ লগত জড়িত হৈ থাকিল।

জাকিৰ হুছেইনে ছাত্ৰ সকলৰ মাজত পুথিগত শিক্ষা দান কৰাৰ উপৰিও পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ ওপৰতো নজৰ ৰাখিছিল। এদিনাখন ক্লাছ কমত প্ৰৱেশ কৰিয়েই কেইটুকুৰামান ফটা-চিৰা কাগজ বুটলি জাকিৰে ছাত্ৰ কলক কলে,— 'এনেকুৱা ফটা-চিৰা অনেক কাগজ

মই অ'ত-ত'ত পৰি থকা প্ৰায়েই দেখোঁ। তোমালোকে জানা যে এই ঠাইখন হ'ল বিদ্যাৰ মন্দিৰ, ইয়াক চাফ-চিকুণকৈ ৰখাটো তোমালোকৰ কৰ্ত্তব্য।' আন এদিনাখন ৰান্ধনি শালালৈ গৈ মুৰব্বীজনক ক'লে,—'সকলোবোৰ খোৱা বস্তু পৰিষ্কাৰকৈ ৰখাৰ উপৰিও খিৰিকীৰ এই আয়নাবোৰো সদায় পৰিষ্কাৰকৈ ৰাখিব লাগে।' ৰান্ধনি শালাৰ মুৰব্বীজনে কথাবোৰত বৰ লাজ পাই পিছদিনাৰ পৰা ৰান্ধনি শালাৰ ভিতৰ-বাহিৰ পৰিষ্কাৰকৈ ৰাখিবলৈ যত্নপৰ হ'ল।

শিক্ষা গ্ৰহণ বা দানত জাকিৰ হুছেইন কাহানিও পিছ হুহকি যোৱা নাছিল। জামিয়াৰ বাবে পুঁজি সংগ্ৰহ কাৰ্য্যতো তেওঁ কম কষ্টখন কৰা নাছিল। দান সংগ্ৰহত জাকিৰে মগনীয়াকো বাদ নিদিয়াৰ এটা উদাহৰণ উল্লেখ কৰিব পাৰি। জামিয়া মিলিয়াত দান দিবলৈ মগনীয়াৰ এজন জাকিৰৰ ওচৰ চাপিল আৰু এক অনা পইচা আগ বঢ়াই কলে,— 'চাহাবজী, মোৰ দিবলৈ একো নাই। আজি খুজি পোৱা এই পইচা অনা মই আনন্দচিত্তে আগ বঢ়াইছোঁ। অনুগ্ৰহ কৰি মহৎ দান বুলি গ্ৰহণ কৰক।' জাকিৰ হুছেইনে সেই পইচা অনা মহৎ দান বুলিয়েই গ্ৰহণ কৰিলে আৰু জামিয়াৰ পুঁজিত জমা থলে।

দান সংগ্ৰহ কাৰ্য্য চলি থাকিল য'দও তেতিয়াও জামিয়াৰ অৱস্থা কোনোমতে ভালৰ ফালে নাহিল। শেষত গান্ধীজী আৰু জাকিৰৰ পৰামৰ্শ মতে ইয়াক 'আনজুমান-এ-তালিমে মিলি' অৰ্থাৎ ৰাষ্ট্ৰীয় শিক্ষা সমিতি হিচাবে গঢ়া হ'ল। নতুনকৈ ১০ ধাৰা যুক্ত এখন সংবিধানো ৰচনা কৰা হ'ল। তেতিয়াৰ পৰা ডঃ আনচাৰী হ'ল জামিয়াৰ 'আমিৰ-এ-জামিয়া' অৰ্থাৎ আচাৰ্য্য। ত্ৰিশ জনীয়া কমিটীৰ তেওঁ আনকি সভাপতিও নিৰ্ব্বাচিত হ'ল। চেক্ৰেটাৰী হ'ল ডঃ জাকিৰ হুছেইন আৰু কোষাধ্যক্ষ হ'ল জামনালাল বাজাজ।

মঃ মুজিব, মৌলানা আচলাম, খোৱাজ আব্দুল হক আৰু চাফকুৰ ৰহমান কিডোৱাই আছিল কাৰ্য্য নিৰ্ব্বাহক কমিটীৰ অন্যতম সদস্য।

এদিনাখন জাৰ্ম্মানীৰ পৰা আকস্মিকভাবে নতুন দিল্লীলৈ আহি উপস্থিত হ'ল ডঃ জাকিৰ হুছেইনৰ বন্ধু কুমাৰী গেৰডা ফিলিপ্‌চৰ্ণ। তেওঁ আহিছিল জামিয়াত কাম কৰিবলৈ। শেষত তেওঁ জামিয়াৰ বাবে হৈ পৰিল আপাজান (বাইদেউ)। তেওঁ মাহে মাত্ৰ ৭৫ টকা বেতন লৈ জামিয়াত কাম কৰি অলপ দিনৰ ভিতৰতে সুনাম অৰ্জ্জন কৰিলে। দয়ালু ফিলিপ্‌চৰ্ণই কাৰবাৰ অসুখ হলে তেওঁৰ ওচৰলৈ দৌৰি গৈছিল আৰু দৰ্কাৰ হলে চিকিৎসাৰ সুবিধাৰ বাবে বেমাৰী জনক তেওঁৰ ঘৰলৈ নি মাতৃৰত মৰম কৰিছিল, চিকিৎসা কৰাত সহায় কৰিছিল।

জামিয়া নামত সমিতি হলেও কামত হ'ল এক বিশ্ববিদ্যালয়, য'ত অগণন ছাত্ৰই উপযুক্ত শিক্ষা আহৰণ কৰাৰ যথেষ্ট সুবিধা পাইছিল। লাহে লাহে এই বিশ্ববিদ্যালয়ে মোট সলালে— নতুন শিক্ষা পদ্ধতি প্ৰবৰ্ত্তন কৰিলে জামিয়াৰ প্ৰতি সৰ্ব্বসাধাৰণ ৰাইজৰ আকৰ্ষণো বৃদ্ধি পাবলৈ ধৰিলে। মৌলানা মহম্মদ আলি আৰু বেগম মহম্মদ আলিৰ সন্মানাৰ্থে আয়োজন কৰা এখন বাজহুৱা সভাত জামিয়াৰ উদ্দেশ্য আৰু ধাৰণা সম্পৰ্কে ব্যাখ্যা কৰি ডঃ জাকিৰ হুছেইনে এইদৰে মন্তব্য প্ৰকাশ কৰিছিল,— "জামিয়াৰ জন্ম হৈছিল এনে এটা সময়ত, যি সময়ত হিন্দু আৰু মুছলমান উভয় সম্প্ৰদায়ৰ মাজত মতৰ অমিল দেখা গৈছিল। কিন্তু সেই ভাব আৰু বেছি দিন নাথাকিল। উপলব্ধিৰ শেষত এই দুই সম্প্ৰদায়ে অমিল মনোভাব দূৰ কৰি একেলগে হাত মিলাই জামিয়াৰ সৰ্ব্বাঙ্গীন উন্নতি কল্পে হাঁতে কামে লাগি থোৱা দেখা গৈছিল। মোৰ বিশ্বাস, জামিয়া মিলিয়াই ভৱিষ্যতে ইছলামিক ধৰ্ম্ম আৰু ভাৰতীয় জাতীয় ঐক্য

বজাই ৰখাত সহায় কৰিব। নিসন্দেহে এইটোও কব পাৰি যে ইছলামিক সংস্কৃতি আৰু সাহিত্য জীয়াই ৰখাত জামিয়াই এক গুৰুত্ব পূৰ্ণ ভূমিকা গ্ৰহণ কৰিব। নকৈ নোৱাৰি যে ই অকল শিক্ষাৰে কেন্দ্ৰ নহয়, ই স্বাধীনতা যুদ্ধৰ সৈনিক প্ৰশিক্ষনৰো ঘাই কেন্দ্ৰ।”

পশ্চিমায়া শিক্ষা-সংস্কৃতিত গভীৰ ব্যুৎপত্তি থকা জাকিৰ আছিল এজন সু বক্তা। সেয়েহে বহুতো জাতি-উপজাতি, অনুষ্ঠান-প্ৰতিষ্ঠানে ভাষণ দিবলৈ তেওঁক আমন্ত্ৰণ জনাইছিল। ১৯৩৫ চনৰ ১৪ আগষ্টৰ দিনা সমাবৰ্ত্তন উৎসৱত বক্তৃতা দিবলৈ খাছি বিদ্যাপীঠে যেতিয়া ডঃ জাকিৰ হুছেইনক আমন্ত্ৰণ জনাইছিল তেতিয়া তেওঁ সানন্দে আমন্ত্ৰণ ৰক্ষা কাৰ সেই অনুষ্ঠানটিৰ প্ৰতি আন্তৰিকতা জ্ঞাপন কৰে। সমাবৰ্ত্তনত বক্তৃতা দি তেওঁ কৈছিল, “জাতীয় শিক্ষা প্ৰতিষ্ঠানৰ ভবিষ্যতে জাতীয় মৰ্য্যাদা অটুট ৰখা আমাৰ জাতীয় জীৱনৰ এক মহান কৰ্ত্তব্য। জাতিৰ বুৰঞ্জী লিখিলেই মানুহে আচল সত্বা উপলব্ধি কৰিব বুলি মই নাভাবোঁ যদিহে প্ৰত্যেক নাগৰিকে জাতিৰ প্ৰতি শ্ৰদ্ধাভাজন নহয়।” তেওঁ আৰু কৈছিল যে শিক্ষাই হ’ল সমাজ গঢ়াৰ মাপকাঠি যিয়ে অতীতৰ লগত বৰ্ত্তমান আৰু বৰ্ত্তমানৰ লগত ভবিষ্যতক সাঙুৰি আছে। মানুহৰ জীৱন অথলে যাব, যদিহে তেওঁলোকে এবাৰ অতীতৰ স্মৃতি হেৰুৱাই পেলায়। মানুহে অতীতৰ লগত সামঞ্জস্য ৰাখি ভবিষ্যতলৈ জীৱন আৰু জাতিক গঢ় দিয়াৰ প্ৰচেষ্টা চলালে জাতিক কোনেও মাৰিব নোৱাৰে, শিক্ষাৰ মান ম্লান কৰিব নোৱাৰে।

শিশু সকলৰ প্ৰতি উদ্দেশ্য কৰি তেওঁ আৰু কৈছিল যে যিখন সমাজত ল’ৰা-ছোৱালীৰ জন্ম হয় সেইখন সমাজে ল’ৰা-ছোৱালীক ভবিষ্যতে গঢ় দিয়াত সহায় কৰে; অৱশ্যে তেওঁলোকক উপযুক্ত ভাবে প্ৰাথমিক শিক্ষা দান দিয়াত ত্ৰুটি কৰিব নালাগে।

জাকিৰ হুছেইন য নৈকেই নাষাওক কিয়, ৰাষ্ট্ৰীয় শিক্ষা প্ৰচাৰৰ বাবে তেওঁ গুৰুত্ব আৰোপ কৰিছিল। তেওঁ ভাবিছিল যে ভাৰতৰ দৰে ৰাষ্ট্ৰ এখনত, য'ত বিভিন্ন কৃষ্টি, ধৰ্ম্ম আৰু আচাৰ-ব্যৱহাৰ বৰ্ত্তমান, ৰাষ্ট্ৰীয় শিক্ষা প্ৰবৰ্ত্তণ কৰা বৰ জটিল। তথাপি তেওঁ ভাবিছিল যে ল'ৰা-ছোৱালীক বিভিন্ন কৃষ্টিৰ সোৱাদ লবলৈ দিলে ৰাজনীতি আৰু শিক্ষাৰ ক্ষেত্ৰত দেশ বহুখিনি আগ বাঢ়িব পাৰে। হিন্দু-মুছলমান উভয় ধৰ্ম্মৰে কৃষ্টিক সমমৰ্য্যাদা দি এক ভাৰতীয় কৃষ্টি বুলি জ্ঞান কৰি সকলোৱে বহল মনোবৃত্তিৰে কাম কৰি যাব লাগে। অৱশ্যে এইটো ঠিক যে ভাৰতীয় মুছলমানসকলে দেশখনক অন্যতকৈ কোনো গুণে কম ভাল নাপায়। "Indian Muslims do not love their country less than anyone els. They are proud of being part of the Indian nation, but they will never like ot be a part whose very identity is destroyed. They aspire to be good Muslims and good Indians."

( ভাৰতীয় মুছলমান সকলে তেওঁলোকৰ নিজ দেশখনক অন্যতকৈ কোনোগুণে কম ভাল নেপায়। ভাৰতবাসীৰ এটা অংশ হিচাবে তেওঁলোকে নিজকে গৌৰৱান্বিত কৰে, আৰু যিসকলে ভাৰতক ধৰ্ম্মৰ ভিত্তিত ভাগ কৰি ধ্বংসৰ মুখলৈ নিব খোজে, তেওঁলোকক ঘৃণাহে কৰে। তেওঁলোকে সদায় ভাল ভাৰতীয় আৰু ভাল মুছলমান হবলৈহে ইচ্ছা কৰে।)

জাকিৰ হুছেইনে কথা প্ৰসঙ্গত এটা ভাল কথা কৈছিল যে কোনো মুছলমানে নিজকে ভাৰতীয় নাগৰিক নহয় বুলি ভাবিব নালাগে আৰু কোনো ভাৰতীয়ই মুছলমান সকলক কোনো কথাতে সন্দেহ কৰিব নালাগে। তেতিয়া হলে ভবিষ্যতৰ ভাৰত চৰকাৰ হব শক্তি সম্পন্ন ; ঐক্য আৰু প্ৰগতিত ভাৰতবাসী হব জয় জয় ময় ময়।

দেশৰ প্ৰতি ভাল পোৱা ভাব গভীৰ আছিল বাবেই ডঃ জাকিৰ হুছেইনে যতে ততে ভাৰতৰ সংহতি-প্ৰগতি, কৃষ্টি-সভ্যতা আৰু শিক্ষা সাহিত্যৰ ওপৰতে গুৰুত্ব দি বহলাই কবলৈ নেৰিছিল। তেওঁ কথাৰ মাজতে কৈছিল,— "এইখন আমাৰ দেশ। আমি ইয়াত জন্মিছো আৰু ইয়াতে মৰিব লাগিব। ই আমাৰ সকলোৰে সাহসৰ কঠিয়াতলি, শক্তিৰ আহ্বান আৰু প্ৰীতি নিবেদনৰ বাজ ভৱন"

জামিয়া মিলিয়া ইছলামিয়াৰ উপাচাৰ্য্য হৈ থাকোঁতে এইদৰে তেওঁ বহু ঠাইলৈ গৈ বহুতো তত্ত্বপূৰ্ণ তথ্য সাৰগৰ্ভ ভাষণ দিয়াৰ বথা পাইছিল।

## শিক্ষাৰ নতুন আঁচনি

মহাত্মা গান্ধীয়ে বহুদিন ধৰি বৰ্ত্তমান শিক্ষা পদ্ধতিত সন্তুষ্ট হব পৰা নাছিল। সেয়েহে 'হৰিজন' নামৰ কাকতখনৰ জৰিয়তে তেওঁ কেবাটাও প্ৰবন্ধ ৰচনা কৰি তেওঁৰ মনোভাব ব্যক্ত কৰিছিল। শেষত ১৯৩৭ চনৰ ২২ আৰু ২৩ অক্টোবৰ তাৰিখে মহাত্মাজীৰ সভাপতিত্বত বাৰ্দ্ধাত অনুষ্ঠিত হ'ল নিখিল ভাৰত জাতীয় শিক্ষা সন্মিলন। সেই সন্মিলনলৈ ডঃ জাকিৰ হুছেইনকো আমন্ত্ৰণ জনোৱা হৈছিল। সেই সন্মিলনত গান্ধীজীয়ে ভাষণ প্ৰসঙ্গত তেওঁৰ শিক্ষাৰ আঁচনি ব্যাখ্যা কৰিছিল। তেওঁ মত প্ৰকাশ কৰিছিল যে কামৰ জৰিয়তেহে প্ৰকৃত শিক্ষা গ্ৰহণ কৰিব পাৰি হস্ত শিল্পৰ জৰিয়তে শিক্ষা বিস্তাৰ কৰা নিতান্তই প্ৰয়োজন।

গান্ধীজীৰ পৰিকল্পিত আঁচনিত ডঃ জাকিৰ হুছেইনে পূৰ্ণ সমৰ্থন জনাই এটি সাৰগৰ্ভ ভাষণত এইদৰে কৈছিল,— "মহাত্মাজীৰ এই

আঁচনি মৌলিক। ইয়াক জোৰপূৰ্ব্বক কাৰ্য্যকৰী কৰা টান। বুজোভাইহে সহজে বুজিব। অৱশ্যে যিসকলে ইতিমধ্যে শিক্ষাৰ ক্ষেত্ৰত জড়িত হৈ আছে, সেই সকলৰ বাবে এই আঁচনি নতুন যেন নালাগিব। কামৰ জৰিয়তেহে যে আচল শিক্ষা আহৰণ কৰিব পাৰি সেই কথা তেওঁলোকে ভালকৈ জানে। তেওঁলোকে এইটোও জানে যে গাওঁতেই হওক বা চহৰতেই হওক ল'ৰা-ছোৱালীয়ে হাতৰ কামৰ জৰিয়তেহে শিকিবলৈ ইচ্ছা কৰে। আমেৰিকা আৰু ৰুছিয়াৰ ল'ৰা-ছোৱালীৰ মাজতো এনে পদ্ধতিত শিক্ষা প্ৰদানৰ প্ৰচলন আছে। আমিও আমাৰ দেশত 'টাক্লি' আৰু 'চৰ্খা' নাইবা আন হস্ত শিল্পৰ জৰিয়তে এই শিক্ষা দিব পাৰোঁ।...... অৱশ্যে প্ৰশিক্ষণ প্ৰাপ্ত শিক্ষক নহ'লে এনে শিক্ষা দানত ব্যাঘাত জন্মাৰ সম্ভাৱনা আছে। যিজনে সূতা কাটিবই নাজানে তেওঁ কেনেকৈ ছাত্ৰক সূতা কটা কাম শিকাব?"

গান্ধীজীৰ আঁচনিত কে, টি, চাহ আদি কেবাজনো ব্যক্তিয়ে বিৰোধ আচৰণ কৰিছিল যদিও তেওঁক সমৰ্থন কৰা লোকৰ অভাৱ শেষত নোহোৱা হৈছিলগৈ।

দ্বিতীয়খন সভাত জাকিৰ হুছেইন হ'ল সভাপতি আৰু সেই সভাতে মহাত্মাৰ মূল আঁচনি খনৰ কিছু অদল-বদল কৰি পূৰ্ণ পৰ্য্যায়ৰ আঁচনি গ্ৰহণ কৰা হ'ল আৰু তাৰ পিচতে পাঠ্যক্ৰম আদি তৈয়াৰ কৰি এটি পূৰ্ণ প্ৰতিবেদন লিপিবদ্ধ কৰিবলৈ এটা কমিটী গঠন কৰা হ'ল। সেই কমিটীৰ চেয়াৰমেন নিৰ্ব্বাচিত হ'ল ডঃ জাকিৰ হুছেইন। যাতায়তী আদি সংক্ৰান্তত প্ৰায় ৪০০ টকা খৰচ কৰি এটা প্ৰতিবেদন যুগুত কৰি ১৯৩৭ চনৰ ২ ডিচেম্বৰ তাৰিখে জাকিৰ হুছেইনে মহাত্মা গান্ধীৰ হাতত দাখিল কৰিলে। এই প্ৰতিবেদন খনৰ ওপৰত ৰাজনীতি বিদ আৰু শিক্ষাবিদ সকলৰ মাজত এক বিতৰ্কৰ সৃষ্টি হয়। মুছলিম লীগ আৰু কংগ্ৰেছী

সকলৰ ভিতৰতো ভাবৰ তাৰতম্য ঘটে। তেতিয়া সকলো আঁসোৱাহ দূৰ কৰি এক নিখুঁত প্ৰতিবেদন যুগুত কৰি সকলোৰে পৰা সমৰ্থন পোৱাৰ আশাৰে জাকিৰ হুছেইনে তেওঁৰ বন্ধু-বান্ধৱৰ আশ্ৰয় ল'লে। বিশেষকৈ তেওঁ আলিগড় বিশ্ববিদ্যালয়ৰ শিক্ষক প্ৰশিক্ষণ কলেজৰ অধ্যাপক সকলৰ দিহা-পৰামৰ্শ লৈ কামত আগ বাঢ়িল। অৱশ্যে জাকিৰ হুছেইনে যে ব্যক্তি বিশেষৰ তীব্ৰ মতামতক ভয় কৰিহে এনে কৰিছিল নহয়; প্ৰতিবেদনখন নিখুঁত আৰু মুক্ত কৰি প্ৰস্তুত কৰাৰ বাবেহে আনৰ সহায় বিচাৰিছল। শেষত যে নবা জাকিৰ হুছেইনে অসংখ্য লোকৰে সমৰ্থন লাভ কৰিবলৈ সক্ষম হৈছিল।

সমালোচনাক ভয় নকৰা জাকিৰ হুছেইনে ঠায়ে ঠায়ে ৰাজনীতি আৰু শিক্ষাৰ মূল নীতি আৰু তেটিৰ বিষয়ে বহলাই ব্যাখ্যা কৰিছিল।

তেওঁ জামিয়া মিলিয়াৰ ৰূপালী জয়ন্তী উৎসৱত আয়োজিত এখন ৰাজহুৱা সভাত ৰাজনীতি আৰু শিক্ষাৰ ওপৰত এইদৰে মন্তব্য ব্যক্ত কৰা কথা দুই কৰিব নোৱাৰি—

"Politics, especially in our country, is like a mountain stream which suddenlly overflows and soon recedes, while educational work is like the slow moving river of the plains which flows not only during the monsoons but also in the summer by melting the icy hearts of mountains. Politics is concerned with the strengthening of national existence and is impatient by its very nature; education is dedicated to social ideals, it is inherently Patient. Education conceives these high ideals and maintains them ever fresh and flourishing. Politics guards and protects them, which is why education is the master and politics is servant."

(বিশেষকৈ আমাৰ দেশৰ ৰাজনীতি নিজৰাৰ দৰে, যিয়ে হঠাতে খৰ গতিত বৈ যায় আৰু হঠাতে শুকাই যায়। আনহাতে ভাৰতীয় শিক্ষা সমভূমি অঞ্চলত নদীয়ে যিদৰে লাহে লাহে শান্তভাৱে বৈ যায়। ই অকল বৰ্ষাকালত মৌচুমীৰ কাৰণে বৈ যোৱাই নহয়, শীতকালতো পৰ্ব্বতৰ বুকুৰ পৰা বৰফ গলাই বৈ গৈ থাকে। দেশৰ সংঘাতৰ ওপৰতে ভাৰতৰ ৰাজনীতি নিৰ্ভৰ কৰে আৰু দেশৰ ৰাষ্ট্ৰীয় সংঘাতৰ দৰে ভাৰতীয় ৰাজনীতিও সদায় অশান্ত। আনহাতে শিক্ষা ভাৰতীয় সমাজ ব্যৱস্থাৰ আদৰ্শৰ ওপৰত প্ৰতিষ্ঠিত আৰু সমাজ ব্যৱস্থাৰ গঠনিৰ দৰে ই সদায় সহিষ্ণু। ভাৰতীয় শিক্ষা সদায় এই আদৰ্শৰ ওপৰতে প্ৰতিষ্ঠিত আৰু ই চিৰ নতুন আৰু চিৰ সুন্দৰ। ৰাজনীতিক ভাৰতীয় শিক্ষাই সদায় পহৰা দি আহিছে, যাৰ ফলত শিক্ষা সদায় ৰাজনীতিৰ পৰাকী আৰু ৰাজনীতি সদায় শিক্ষাৰ চাকৰ হৈ লগা হৈছে।)

ৰাজনীতি আৰু শিক্ষা সম্পৰ্কে জাকিৰ হুছেইনৰ ইমান প্ৰগাঢ় জ্ঞান আছিল যে মহাত্মা গান্ধীয়েও তেওঁৰ সেই জ্ঞানৰ বাবে অভিভূত হৈ পৰিছিল আৰু সেয়েহে বুনিয়াদী শিক্ষাৰ আঁচনি প্ৰস্তুত কৰা বা এই শিক্ষা প্ৰচাৰ কৰাৰ গুৰু দায়িত্ব মহাত্মাই তেওঁকেই অৰ্পণ কৰিছিল। কবলৈ গলে মহাত্মাৰ 'নয়ী তালিম' বা নতুন শিক্ষাৰ আঁচনি কাৰ্য্যকৰী কৰাৰ মূলতে আছিল ডঃ জাকিৰ হুছেইন। তেওঁ ভালকৈ বুজি পাইছিল যে বুনিয়াদী শিক্ষাৰ মূল উদ্দেশ্য আনকি শাসনত অধিষ্ঠিত ব্যক্তি সকলেও সেই সময়ত নিখুঁতভাৱে বুজি পোৱা নাছিল। জাকিৰ হুছেইনে সেয়েহে তেওঁৰ 'Educational Reconstruction' নামৰ পুথিত এই কথা ফঁহিয়াই লিপিবদ্ধ কৰিছিল।

জাকিৰ হুছেইনে জামিয়া মিলিয়াত উপাচাৰ্য্য হিচাবে কাম কৰা বছৰ কেইটাত শিক্ষা বিস্তাৰৰ মনোভাৱ প্ৰকট কৰি তুলিছিল। তেওঁ অকল জামিয়া মিলিয়াতে সুখ্যাতিৰে কাম কৰা নাছিল, দেশৰ কেবাটাও শিক্ষা-সংস্কৃতিমূলক অনুষ্ঠানৰ লগত জড়িত আছিল। তাৰ ভিতৰত চেণ্ট্ৰেল এড্ভাইচৰী ব'ৰ্ড অব এডুকেচন, ইউনিভাৰ্চিটি এডুকেচন কমিচন, ইউনিভাৰ্চিটি গ্ৰাণ্ট্চ কমিচন, বেচিক নেচনেল এডুকেচনেল কমিটী. ইউনেস্কো ( UNESCO ) আৰু ৱাৰ্ল্ড ইউনি-ভাৰ্চিটি চাৰ্ভিচ আদিৰ জৰিয়তে তেওঁ শিক্ষা বিস্তাৰৰ শুদ্ধ চিন্তাধাৰা আৰু বহুল উদ্দেশ্য প্ৰতিপন্ন কৰি গৈছে।

এ. এম, খাৱাজ জামিয়াৰ আচাৰ্য্য হৈ থকা কাল ছোৱাত 'জামিয়া'ত বুনিয়াদী স্কুলৰ শিক্ষক বৰ্গক প্ৰশিক্ষণ দিয়াৰ উদ্দেশ্যে জাকিৰে এটা প্ৰশিক্ষণ কেন্দ্ৰ মুকলি কৰে। জৱাহৰলাল নেহৰু, মৌলানা আজাদ আৰু সেখ মহম্মদ আব্দুল্লা আদি কেবাজনো গণ্য-মান্য লোক ইয়াৰ লগত সংশ্লিষ্ট হৈ থাকোতেই চিয়াং-কাই-চেক আদিৰ দৰে কেবাজনো দেশী-বিদেশী মনীষাই জামিয়াত পদাৰ্পণ কৰি যায়হি।

সেই সময় ছোৱাত ভাৰতবৰ্ষ আছিল ৰাজনীতি ক্ষেত্ৰত পিছ পৰি। কংগ্ৰেছ মন্ত্ৰীসভাৰ বহুতো সদস্যই পদত্যাগ কৰিছিল। জাকিৰ হুছেইনে জামিয়াৰ ছাত্ৰসকলক সকীয়াই দিছিল হুলস্থুল বাতাবৰণৰ সৃষ্টি নকৰিবলৈ। ৰাজনৈতিক বহুতো ব্যক্তিয়ে শিক্ষা-আন্দোলনত জপিয়াই পৰিছিল জাকিৰৰ আহ্বানত। তেওঁ কৈছিল,— 'এই চৰকাৰ আমাৰ নিজা সৰকাৰ নহয়, উপযুক্ত শিক্ষা আহৰণ কৰি দেশক সমৃদ্ধিশালী কৰি আমি স্বাধীন চৰকাৰ গঠন কৰিব লাগিব।' লাহে লাহে দেশৰ ডেকা শক্তি হ'ল সচকিত। আশাৰ ৰেঙণিয়ে ভূমুকি মাৰিলে দেশৰ ৰাজনৈতিক জীৱনত। বৃটিছ শাসনত ভাৰতবৰ্ষৰ অস্তিত্ব লোপ পোৱাৰ সম্ভাৱনা যে বৰ্ত্তমান

সেইকথা বুজা লোকৰ সংখ্যা ক্ৰমাৎ বৃদ্ধি পাবলৈ ধৰিলে।

১৯৪৬ চনত বায়ুতৰ বাঢ়িল প্ৰাদুৰ্ভাৱ, দেশৰ বাবে প্ৰাণ আহুতি দিবলৈ অগ্ৰগামী হ'ল হেজাৰ বিজাৰ লোক। হিন্দু-মুছলমান উভয়ৰে মাজত জাগ উঠিল দেশাত্মবোধৰ ভাব। শিক্ষাৰ নতুন আঁচনিৰ পদক্ষেপে দেশক আগ বঢ়াই নিয়াত এক নব জাগৰণৰ সৃষ্টি হ'ল। জামিয়া হ'ল সেই জাগৰণৰ ঘাই কেন্দ্ৰ, মহাত্মা হ'ল জাগৰণৰ মূল কাৰণ আৰু জাকিৰ হ'ল সেই কেন্দ্ৰটিৰ লাই খুঁটা। লাইখুঁটা স্বৰূপ জাকিৰে জামিয়াৰ মাজিয়াত থিয় হৈ দিলে এটি তত্ত্বগধুৰ ভাষণ— "....The fire of hatred is fast spreading which makes it seem made to tend to the garden of education. Tnis fire is burning in a noble and humane land. How will the flowers of nobility and sensibility grow in its midst ? How will we be able to improve human standards which lie today at a level far lower than that of the beasts ? How shall we produce new servants devoted to the cause of education ? How can you protect humanity in a world of animals ? These words might seem too harsh, but in the rapidly deteriorating situation today even harsher words would be far too mild. We, who are enjoined to respect the young know not how to express the anguish we feel when we hear that even innocent children are not safe in this reign of terror. An Indian poet has remarked that every child who comes to this world brings along the message that God has not yet lost faith in man. But have our countrymen so completely lost faith in themselves that they wish to crush these innocent buds before they blossom ?

'For Gods' sake sit together and extinguish this fire of hatred. This is not the time to ask who is responsible for it and what is its cause. The fire is raging. Please extinguish it. The problem is not of this community's or that community's survival. It is the choice between civilised human life and barbarism. For Gods' sake do not allow the very foundations of civilised life in this country to be destroyed."

(এই জুই এখন মহৎ আৰু মহান দেশত জ্বলি উঠিছে। ইয়াৰ মাজত মহৎ ফুল আৰু মহৎ চিন্তা আহিব ? আমি কেনেকৈ মানুহৰ জীৱন নিৰ্ব্বাহৰ ব্যৱস্থা উন্নতি কৰিম যত আজি আমি বন্তৰ শাৰীতকৈও তলখাপত আছো ? আমি কেনেকৈ শিক্ষাত নতুন পুৰুষৰ জন্ম দিম ? এখন পশুৰ জগতত তোমালোকে কেনেকৈ মানৱতা ৰক্ষা কৰিবা ? মোৰ এই কথা বিলাক শুনিবলৈ হয়তো খুউব বেয়া হৈছে, কিন্তু বৰ্ত্তমানৰ এই বেয়া পৰিস্থিতিত ইয়াতকৈও টান কথাও কব লাগিব পাৰে। আমি যিসকলে সৰু বিলাকৰ পৰা সন্মান বিচাৰো, তেওঁলোকে কি ভাবিছে যেতিয়া আমি শুনিছো যে এই নাৰকীয় ঘটনাৰ পৰা সৰু সৰু লৰা-ছোৱালীবোৰো জীৱন ৰক্ষা পৰা নাই ? এজন ভাৰতীয় কবিৰ মতে প্ৰত্যেকজন শিশুই পৃথিৱীলৈ আহোতে ভগবানৰ বাণী লৈ আহে যে ভগবানে এতিয়াও মানুহৰ ওপৰত বিশ্বাস হেৰুওৱা নাই। কিন্তু আমাৰ দেশৰ মানুহবোৰে তেওঁলোক নিজৰ ওপৰত সম্পূৰ্ণ বিশ্বাস হেৰুৱাইছেনে যাৰ কাৰণে তেওঁলোকে এই কলিবোৰ ফুল হোৱাৰ আগতে ধ্বংস কৰে ?

ভগৱানৰ ৰক্ষাৰ কাৰণে অনুগ্ৰহ কৰি আপোনালোকে একেলগে বহি সাম্প্ৰদায়িক এই জুই বন্ধ কৰক। এইটো বৰ্ত্তমান সময় নহয় যে ইয়াৰ কাৰণে দায়ী কোন আৰু ইয়াৰ কাৰণ কি ? এই জুই বৰ বেচিকৈ বিয়পি পৰিছে। অনুগ্ৰহ কৰি ইয়াক বাৰণ কৰক।

এই সমস্যাটো এইটো সম্প্ৰদায় বা সেইটো সম্প্ৰদায়ৰ ইজনৰ মৃত্যুৰ পিচত সিজনৰ মৃত্যুৰ সমস্যা নহয়। এয়া সভ্য মানৱ আৰু অসভ্য মানৱৰ মাজত যুদ্ধ। ভগৱানৰ শপত দি মই আপোনালোকক অনুবোধ কৰিছো এইখন দেশৰ সভ্য মানৱ জীৱনৰ ওপৰত সম্প্ৰদায়িক অশান্তিৰ সৃষ্টি কৰি ধ্বংশ নানিব।)

জাকিৰ হুছেইনৰ ভাষণ শুনি শ্ৰোতা সকলৰ নয়ন হ'ল অশ্ৰু-সিক্ত, লগে লগে বাহুত পালে অসীম বল আৰু অন্তৰত জ্বলি উঠিল স্বদেশ প্ৰেমৰ অগ্নিশিখা।

শিক্ষা আৰু জামিয়াৰ ভৱিষ্যত— এই দুটা চিন্তাই বাৰুকৈয়ে জুলুম কৰিলে জাকিৰ চাহাবক। তেওঁৰ চিন্তা আৰু বাঢ়িল, যেতিয়া জামিয়াক ধ্বংস কৰি পেলোৱাৰ অভিসন্ধিত লিপ্ত হ'ল এদল দেশ-দ্ৰোহী লোক। আশংকাত পাকিস্থানলৈ গুচি গ'ল বহুতো ছাত্ৰ আৰু শিক্ষক। ক্ৰমাৎ চিন্তাই আৱৰি ধৰিলে জাকিৰ চাহাবৰ দুৰন্ত আশাৰ আকাশখন। মন ভাগি গ'ল অনাগত দুশ্চিন্তাত। শৰীৰ হ'ল অৱশ। শেষত আৰম্ভ হ'ল টান নৰীয়া। চিকিৎসাৰ বাবে ডতাতৈয়াকৈ যাব লগা হ'ল কাশ্মীৰলৈ। গ'ল আৰু উভতি আহিল জীৱন বচাই। বিৰামবিহীন ভাবে আকৌ লাগিল দেশৰ স্বাধীনতাৰ যুদ্ধত।

স্বাধীনচিন্তীয়া ভাৰতবাসীৰ সপোন এদিন দিঠকত পৰিণত হ'ল। স্বাধীন হ'ল ভাৰতবৰ্ষ। স্বাধীন হ'ল জাকিৰ চাহাবৰ মন। জামিয়া বাদ দি জাকিৰ চাহাব নতুন উদ্যমেৰে জপিয়াই পৰিল স্বাধীন ভাৰত-বৰ্ষক নবৰূপ দিয়াৰ ৰঙীণ সপোনেৰে, জপিয়াই পৰিল আধুনিক পদ্ধতিত শিক্ষা বিস্তাৰ কৰি নবীন ভাৰতবৰ্ষক দুখোজ আগ বঢ়াই নিবলৈ।

# আলিগড়ৰ দিনবোৰ

প্ৰাক স্বাধীনতাত ভাৰত মুছলিম লীগৰ বাবে আলিগড়ত অৱস্থিত মুছলিম বিশ্ববিদ্যালয় আছিল এক লেখত লবলগীয়া অনুস্থান। সেই সময়ত জাতীয়তাবাদী মুছলিম সকলে কংগ্ৰেছত থকা হিন্দু সকলক কদাপিও হিংসাৰ চকুৰে চোৱা নাছিল। গতিকে হিন্দু-মুছলিম উভয়ে মিলিজুলি আলিগড় বিশ্ববিদ্যালয়ৰ বাবে কাম কৰাত অগ্ৰসৰ হব পাৰিছিল। আমহাতে আলিগড় নিবাসী তথা আলিগড় বিশ্ববিদ্যালয়ত কৰ্ত্তৃপক্ষই জাকিৰ হুছেইন অবিহনে কোনো কামেই কৰা নাছিল। সেয়েহে কেবাজনো স্বনামধন্য ব্যক্তিৰ অনুৰোধ ৰক্ষা কৰি তেওঁ জড়ত হৈ পৰিল আলিগড় বিশ্ববিদ্যালয়ৰ লগত। তেওঁ 'বিশ্ববিদ্যালয় কোৰ্ট', 'এগজিকিউটিভ কাউন্সিল', 'একাডেমী কাউন্সিল', 'ডিপাৰ্টমেণ্ট অব ইকনমিক্স' আৰু বহুতো কমিটীৰ সদস্য হৈ নিজৰ কামৰ পাৰদৰ্শিতা দেখুৱাব পাৰিছিল।

আলিগড়বাসী, বিশ্ববিদ্যালয়ৰ ছাত্ৰ আৰু অধ্যাপক সকলৰ মাজত আছিল এক কটকটীয়া সম্বন্ধ; সাম্প্ৰদায়িকতাৰ বান্ধোনো আছিল সুদৃঢ়। পিছে, বিশ্ববিদ্যালয়ৰ ভিতৰ চোৰাত লাহে লাহে কেবোণে দেখা দিলে। ধৰ্ম্ম সংক্ৰান্তীয় বিবেদ আৰম্ভ হ'ল। 'এগজিকিউটিভ কাউন্সিল'ৰ সদস্য সকলৰ ভিতৰত বিতৰ্ক চলিল। 'ইচলাম'ত ইচলামী কৃষ্টিৰ প্ৰতি প্ৰগাঢ় বিশ্বাস ৰখাটো নিতান্তই প্ৰয়োজন বুলি বহুতৰে মত। 'একাডেমী কাউন্সিল' আৰু 'এগজিকিউটিভ কাউন্সিল'ৰ মাজতো মতভেদৰ সৃষ্টি হয়। সময়ত কেতিয়াবা ছাত্ৰসকলো ভেমেঠীয়া হৈ পৰিছিল। বিশ্ববিদ্যালয়লৈ কেবাজনো পাকিস্থানী অধ্যাপক অহাত প্ৰবেশপত্ৰ পৰীক্ষা কৰা আদি নতুন সমস্যাইও দেখা দিলে। বিশ্ববিদ্যালয় কৰ্ত্তৃপক্ষই দৃঢ়

সংকল্প গ্ৰহণ কৰিলে যে সঁচাকৈয়ে যদি সেইসকল অধ্যাপকে কাম কৰিম বুলিয়েই আহিছে তেন্তে তেওঁলোকক ৰক্ষণা-বেক্ষণা দিয়া হ'ব, তেওঁলোক সুৰক্ষিত হ'ব। যিয়েই নহওক কিয়, শাসন কাৰ্য্যৰ ফালৰ পৰা এটা খেলিমেলিৰ সৃষ্টি হৈছিল যদিও ডঃ জাকিৰ হুছেইনৰ উপস্থিত বুদ্ধিয়ে তাক মষিমূৰ কৰিবলৈ সক্ষম হৈছিল। বহুতো নেতৃস্থানীয় ব্যক্তিৰ অনুৰোধ ৰক্ষা কৰি উপাচাৰ্য্যৰ পদ গ্ৰহণ কৰি ডঃ জাকিৰ হুছেইনে আলিগড় বিশ্ববিদ্যালয়ৰ আওহাৱা সলনি কৰাত উঠি পৰি লাগিল। সকলোৱে বিশ্বাস এইটোৱে যে জামিয়াৰ দৰে আলিগড়কো তেওঁ গঢ় দিব পাৰিব। জাকিৰ হুছেইনেও বিশ্বাস ৰাখিছিল যে এই বিশ্ববিদ্যালয়ে ভাৰতীয় জাতীয় জীৱন উন্নত কৰাত প্ৰভূত সহায় কৰিব। সেয়েহে হবলা তেওঁ কৈছিল,—"মই জামিয়া বাদ দি ইয়ালৈ এনেয়ে অহা নাই; মই আহিছোঁ এই কাৰণেই যে ইয়াত জাতীয় চেতনা জগাই তোলাৰ সুৰুঙা আছে, কাম কৰাৰ সুবিধা আছে, মুছলমান ভাইসকলৰ কৃষ্টি-সংস্কৃতি বিকাশৰ থল আছে, ভাৰতীয় শিক্ষাৰে জাতিক সজাই-পৰাই তোলাৰ ভবিষ্যত আছে……।"

১৯৫২ চনত ১২ মাৰ্চ্চত অনুষ্ঠিত নিখিলভাৰত মুছলিম শিক্ষা সন্মিলনৰ সভাপতিৰ আসনৰ পৰা জাকিৰ হুছেইনে কৈছিল,—"আলিগড়ৰ নাম ধ্বংস কৰা নাইবা মুছলমান সকলৰ অন্তৰ দুৰ্ব্বল কৰা কোনোপধ্যেই ভাল কাম নহব। মোৰ বিশ্বাস এই আলিগড়ে জাতীয় জীৱন গঢ়াৰ পথত এক বিশেষ ভূমিকা গ্ৰহণ কৰি আহিছে আৰু জাতিয়েও আলিগড়ৰ বৰঙণিৰ বিষয়ে ভুলতেও পাহৰিব নোৱাৰে।"

জামিয়ামিলিয়াৰ দৰে আলিগড়ৰ উন্নতিৰ হকেও পুঁজি সংগ্ৰহ কৰি আৰ্থিক নাটনি দূৰ কৰাত জাকিৰে নিজকে আত্মনিয়োগ কৰিছিল আৰু ভাৰত চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰি প্ৰয়োজনীয় টকা মঞ্জুৰীও আদায় কৰিব পাৰিছিল।

এইটো নকৈ নোৱাৰি যে জাকিবে আলিগড় বিশ্ববিদ্যালয়ত মুঠতে ৮ বছৰ কাল কাম কৰি আলিগড়ৰ বাতাবৰণ দিনক দিনে ভালৰ ফালে আনিব পাৰিছিল উপাচাৰ্য্য হিচাবে কাম কৰা সময়ত জাকিবে তেওঁৰ দৰ্মহাৰ কিয়দংশ টকা ছাত্ৰ সকলৰ বাবে খৰছ কৰিছিল। তেওঁ যদিও উপাচাৰ্য্য হিচাবে এখন বিশ্ববিদ্যালয়তহে কাম কৰিছিল তথাপি তেওঁ জাতীয় কাৰ্য্য সমূহত সক্ৰীয় অংশ গ্ৰহণ নকৰাকৈ থকা নাছিল। তেওঁৰ কামত সন্তুষ্ট হৈয়েই ১৯৫২ চনৰ জুলাই মাহত তেওঁক সন্মানেৰে ৰাজ্য সভাৰ সদস্য ঘোষণা কৰা হৈছিল। ৰাজ্য সভাৰ সদস্য হোৱাৰ পিছত তেওঁ কেবাখনো বিতৰ্কমূলক সভাত ভাষণ দিয়াৰ সুবিধা পাইছিল। ১৯৫৬ চনৰ ৬ চেপ্তেম্বৰ তাৰিখত ২য় পঞ্চবাৰ্ষিক পৰিকল্পনাৰ ওপৰত দিয়া ভাষণৰ এছোৱা এনেকুৱা—"পঞ্চবাৰ্ষিক পৰিকল্পনা সাফল্যমণ্ডিত কৰিবলৈ যাওঁতে আমি সন্তুষ্ট হব পৰা নাই, আমাৰ সন্তেদবোবো বিশ্বাসযোগ্য বুলি কব নোৱাৰি। গতিকে কামত উন্নতিৰ আশা কৰাটো ভুল হব, কিন্তু এনে ভুল আমি আৰু কিমান দিন কৰিম? আমি অজ্ঞানতাৰ অন্ধকাৰ দূৰ কৰি দেশৰ দাৰিদ্ৰতাৰ বিৰুদ্ধে যুঁজ নকৰি উপায় নাই।"

তেওঁ জোৰ দি আৰু কৈছিল,— "ইমান ডাঙৰ পৰিকল্পনা এটা হাতত লোৱাৰ লগে লগে আমি সংস্কৃতিক, আৰ্থিক, সামাজিক আদি আটাই কেইটি দিশৰ পৰা মানুহৰ জীৱন প্ৰবাহৰ কথা ভাবিব লাগিব।.... কোনটো সমস্যা কেনেকৈ সহজে সমাধা কৰিব পৰা যায় সেই বিষয়ে গুৰুত্ব আৰোপ কৰিব লাগে। ১ম পঞ্চবাৰ্ষিক পৰিকল্পনাত সেৱা কৰা হৈছিল নে নাই মোৰ এতিয়াও সন্দেহ হৈ আছে। শিল্প আদি উৎপাদন কমি যোৱাত দেশ অৰ্থনৈতিক দিশৰ-পৰা তেনেই পিছ পৰি গৈছে। কবলৈ গ'লে 'ৰাজহুৱা চিন্তাধাৰা ব্যক্তিগত চিন্তাধাৰাৰ তলতীয়া হৈ গৈছে।' কিন্তু ইয়াক সলনি

কৰিব লাগিব। আৰু যদি এইটোৱেই হয় তেন্তে মই ভাবোঁ ভৱিষ্যতে সমাজবাদী সমাজ গঢ়াটো মাৰাত্মক কথা হৈ পৰিব।" তেওঁ আৰু কৈছিল যে আমাৰ দেশ গণতন্ত্ৰৰ দেশ। গণতন্ত্ৰই ইয়াৰ সিদ্ধান্ত সলনি কৰিব পাৰে, গণতন্ত্ৰৰ বাবে এইটো ভাল কথা; কিন্তু গণতন্ত্ৰই যে সকলো সময়তে ভাল কাম কৰে তাক কদি কব নোৱাৰি। সেই বিষয়ে আমি সদায় সতৰ্ক হোৱা উচিত।

আলিগড়ত থকা সময় ছোৱাত জাকিৰ হুছেইনে উৰ্দ্দু ভাষাৰ প্ৰতি তীক্ষ্ণ নজৰ ৰাখিছিল। স্বাধীনতাৰ ঠিক পিছতে গোটেই উত্তৰ ভাৰতৰ স্কুলৰ পৰা উৰ্দ্দু ভাষাক শিক্ষাৰ মাধ্যম হিচাবে মাৰাখি ইয়াক উঠাই দিছিল যদিও জাকিৰ হুছেইন বহি নাথাকিল। ১৯৫১ চনত জাকিৰৰ নেতৃত্বত লক্ষ্ণৌ নগৰৰ প্ৰায় দহ হেজাৰ অভিভাৱকৰ পৰা দৰ্খাস্ত আদায় কৰি উৰ্দ্দু ভাষা স্কুলত পুনৰ চলাব লাগে বুলি উত্তৰ প্ৰদেশৰ শিক্ষা মন্ত্ৰীলৈ আবেদন কৰিলে। সেই আবেদনত কাম নিসিজিল যদিও জাকিৰ বহি নাথাকিল। ১৯৫৪ চনত তেওঁ যেতিয়া নিখিল ভাৰত 'আন্‌জুমান টাৰাক্কী-এ-উৰ্দ্দু'ৰ সভাপতি হৈ থাকে তেওঁ উৰ্দ্দু ভাষা গ্ৰহণ কৰাৰ মূলকথা ফঁহিয়াই ব্যাখ্যা কৰি উত্তৰ প্ৰদেশৰ হেজাৰ হেজাৰ নাগৰিকৰ স্বাক্ষৰ লৈ ভাৰতৰ ৰাষ্ট্ৰপতিলৈ এটা সঁজাতি দল পঠিয়াই দিলে। দৰ্খাস্তৰ জৰিয়তে তেওঁলোকে কৈছিল যে মাতৃভূমি উত্তৰ প্ৰদেশত উৰ্দ্দু ভাষা গ্ৰহণ কৰাটো প্ৰযোজ্য হব। প্ৰাইমাৰী স্কুল সমূহতো শিক্ষাৰ মাধ্যম এই ভাষাই হব লাগে। যিহেতু— (১) আগতেও ল'ৰা-ছোৱালীবোৰে এই ভাষাৰ জৰিয়তেই শিক্ষা গ্ৰহণ কৰিছিল, (২) আদালত বা চৰকাৰী অন্যান্য কাৰ্য্যালয়বোৰতো উৰ্দ্দু ভাষাতে লিখাৰ প্ৰচলন আছিল, (৩) দৰ্কাৰী জাননী, নিয়ম-কানুন আদিও উৰ্দ্দু-ভাষাতে ৰচনা কৰা হৈছিল।

তেওঁলোকৰ দৰ্খাস্তমতে সেই সময়ত কাম মহল যদিও জাকিৰ চাহাবৰ অশেষ চেষ্টাত পিছলৈ উৰ্দ্দুই এখন বিশেষ স্থান অধিকাৰ কৰ'ৰ সুযোগ নাই পোৱা বুলি কব নোৱাৰি ।

## উপ ৰাষ্ট্ৰপতি

১৯৫৭ চনৰ পৰা ১৯৬২ চনলৈ জাকিৰ হুছেই বিহাৰৰ ৰাজ্যপাল হৈ থকা সময় ছোৱাত ডঃ সৰ্ব্বপল্লী ৰাধাকৃষ্ণণ আছিল ভাৰতৰ ৰাষ্ট্ৰপতি । সাংবিধানিক আইনমতে ভাৰতৰ উপৰাষ্ট্ৰপতি-জন নিৰ্ব্বাচিত হয় । তেতিয়াৰ প্ৰধান মন্ত্ৰী নেহৰুৱে উপৰাষ্ট্ৰপতিৰ পদৰ বাবে ডঃ জাকিৰ হুছেইনেই উপযুক্ত হব বুলি বিবেচনা কৰিলে ৰাষ্ট্ৰপতি ৰাধাকৃষ্ণণেও কথাটোত হৃৎভৰ দিলে । গতিকে নিসন্দেহে নেহেৰুৱে জাকিৰ হুছেইনক বিহাৰৰ পৰা মাতি আনি মনৰ কথা ব্যক্ত কৰিলে । যিকোনো উচ্চপদ গ্ৰহণ কৰিবলৈ প্ৰথমে জাকিৰে অনিচ্ছা প্ৰকাশ কৰেই যেতিয়া নেহৰুৰ এই প্ৰস্তাৱতো তেওঁ প্ৰথমে আপত্তি দৰ্শাইছিল যদিও শেষত আপত্তি নকৰা হ'ল । ফলত অতি সহজে ভাৰতৰ উপৰাষ্ট্ৰপতিৰ সন্মান তেওঁ যুৰ পাতি গ্ৰহণ কৰিলে । ৰাধাকৃষ্ণণৰ দৰে ককায়েক সদৃশ ৰাষ্ট্ৰপতি এজনৰ দিহা-পৰামৰ্শ লৈ কামত অগ্ৰসৰ হব পাৰিব বুলি শেষত গৌৰৱবোধহে কৰিছিল । সঁচাকৈয়ে— 'ইট ওৱাজ এ ফাইন টীম অৱ এ ফিলো-চফাৰ-প্ৰেচিডেণ্ট এণ্ড এন এডুকেচনিষ্ট এজ ভাইচ প্ৰেচিডেণ্ট ।'

উপৰাষ্ট্ৰপতি হিচাবে কাৰ্য্যভাৰ গ্ৰহণ কৰি ১৯৬২ চনৰ ১৫ জুনৰ দিনা ৰাজ্য সভাত জাকিৰ হুছেইনে এইদৰে এটা ভাষণ দিছিল— "I wonder if I would not tell you that when I first came to know of it, I was greatly surprised

that I was being considered for this high office at all and could not easily convince myself of the reasons why. But the thousands of letters and telegrams of congratulation which I received after my election seemed to give me a clue, for, a disproportionately large percentage of these letters came from teachers, teachers of primary schools in remote corners of the country, teachers of high schools and teachers in the universities. They all seemed to tell me that I was considered worthy of this honour on account of my close involvement in educational work, and the significance that our people rightly appear to attach to education in their life"

(এনেকুৱা এটা উচ্চ পদত অধিষ্ঠিত কৰা বুলি জানিব পাৰি মই সঁচাকৈয়ে আচৰিত হৈছিলোঁ আৰু কি কাৰণত এনেকুৱা সন্মান দিয়া হৈছিল মই সহজে বুজিব পৰা নাছিলোঁ; কিন্তু মই যেতিয়া অভিনন্দনভৰা হেজাৰ হেজাৰ চিঠি-পত্ৰ, টেলিগ্ৰাম আদি পাব ধৰিছিলোঁ তেতিয়াহে আচল কাৰণটো বুজি পাইছিলোঁ। এই চিঠি-পত্ৰ, আৰু টেলিগ্ৰামবোৰৰ বেছিভাগেই আছিল শিক্ষকসকলৰ। এওঁলোকৰ কিছুমান আছিল দেশৰ বিভিন্ন প্ৰান্তৰ প্ৰাইমাৰী স্কুলৰ, কিছুমান আছিল হাইস্কুলৰ আৰু এওঁলোকৰ বেছিভাগেই লিখিছিল যে মই শিক্ষা বিভাগত থকা বাবে এই পদত অধিষ্ঠিত হোৱাত উপযুক্ত ব্যক্তি হৈছোঁ আৰু তাৎপৰ্য্য এয়েই যে আমাৰ দেশৰ মানুহে শিক্ষাক জীৱনৰ আটাইতকৈ বেচি মূল্য দিয়ে।)

জাকিৰ হুছেইন যিহেতু মূলতে শিক্ষাবিদ, তেওঁ যিকোনো ভাষণতে শিক্ষাৰ কথা উল্লেখ নকৰাকৈ কথা কবই নোৱাৰে। সেয়েহে

ৰাজ্য সভাত দিয়া ভাষণ প্ৰসঙ্গতো তেওঁ শিক্ষাৰ ওপৰত এইদৰে কৈছিল— 'প্ৰকৃততে আমাৰ গণতান্ত্ৰিক জীৱনত শিক্ষাই হ'ল জীৱন। বুঢ়াই হওক বা ডেকাই হওক, জীৱন গঠনৰ শক্তি স্বৰূপ হ'ল শিক্ষা, যিয়ে আমাৰ পৈতৃক সম্পত্তিৰ মূল্য নিৰূপণ কৰিব পাৰে। শিক্ষাৰ জৰিয়তেই ভাল বেয়া বিচাৰ কৰিব পাৰি, ভবিষ্যতে নিজকে গঢ় দিয়া কল্পনাৰ কৰিব পাৰি ' এইদৰে শিক্ষাবিদ জাকিৰ হুছেইনে মন্তব্য প্ৰকাশ কৰি আৰু কৈছিল,— 'মোক উপৰাষ্ট্ৰপতি হিচাবে কিয় নিৰ্ব্বাচন কৰা হ'ল মই নুবুজিলো।'

সেইবুলি কৈয়েই তেওঁ ক্ষান্ত হৈ থকা নাছিল। তেওঁ আৰু কৈছিল যে গণতান্ত্ৰিক দেশ এখন উন্নত হ'বলৈ হলে স্কুল, কলেজ বা বিশ্ববিদ্যালয়ৰ চাৰিবেৰৰ আঁৰতে শিক্ষা আবদ্ধ হৈ থাকিব নোৱাৰে। ৰাজহুৱা জীৱনৰ সকলো অনুস্থান প্ৰতিষ্ঠানেই হ'ল শিক্ষা বিস্তাৰৰ ঘাই বাহন। পাৰ্লিয়ামেণ্টো তেনে এক শিক্ষাবিস্তাৰৰ ঘাই ঠাই। সেয়েহে হবলা শিক্ষাবিদ হৈও উপৰাষ্ট্ৰপতি জাকিৰ হুছেইনে ৰাজনীতিত নামি নিজকে প্ৰতিষ্ঠা কৰাত লাগি গৈছিল। তেওঁ কথা প্ৰসঙ্গত কৈছিল যে বেছিকৈ কথা কৈ লাভ নাই, যিহেতু কৈ থকা কথাৰ অন্ত নাই। তেওঁৰ মতে ' A speech, to be really one, must have a minimum length.'

১৯৬২ চনৰে এটি ঘটনা। দিল্লীৰ এটি বন মহোৎসৱ অনুষ্ঠান উদ্বোধনৰ বাবে জাকিৰ হুছেইনক আমন্ত্ৰণ জনোৱা হৈছিল। তেওঁ তাত উপস্থিত থাকিব নোৱাৰোঁ বুলি মত প্ৰকাশ কৰিছিল যদিও শেষত উদ্বোধক হিচাবেই উপস্থিত থাকিব লগা হ'ল। উৎসৱস্থলীত লোকে লোকাৰণ্য হ'ল— জাকিৰ চাহাবৰ বক্তৃতা শুনিবলৈ, উপৰাষ্ট্ৰপতি জাকিৰ হুছেইনৰ ভাষণ শুনিবলৈ। জাকিৰ চাহাব থিয় হ'ল অনুষ্ঠান উদ্বোধন কৰিবলৈ, কথা কবলৈ। জনতাই হয়তো

ভাবি ছল যে উপৰাষ্ট্ৰপতিজনাই বহুতো কথা কব, শুনি ভাল লাগিব নতুবা আমনি লাগিব ; কিন্তু সেয়া একো নহল। অগণন জনতাই কল্পনাই কৰা নাছিল যে জাকিৰ চাহাবে মাত্ৰ এটা বাক্যতে তেওঁৰ উদ্বোধনী ভাষণ শেষ কৰিব। তেওঁ মাথো কৈছিল,— "The use of the tree is that it gives shelter to all but does not utter a word." (গছৰ উপকাৰিতা এইটোৱেই যে ই সকলোকে আশ্ৰয় দিয়ে, কিন্তু এটা শব্দও উচ্চাৰণ নকৰে।)

জাকিৰ হুছেইনৰ যি কোনো ভাষণেই হ'ল চমু অথচ লালিত্য সনা। কম কথাৰেই তেওঁ আনক আনন্দ দিব পাৰিছিল। তেওঁৰ কথা কোৱাৰ ধৰণো আছিল স্বকীয়া। লালবাহাদুৰ শাস্ত্ৰীৰ মৃত্যুৰ পিছতে কোৱা তেওঁৰ এষাৰ কথা মন কৰিবলগীয়া। তেওঁ কৈছিল,— 'আমি আজি হেৰুৱালোঁ— অত্যন্ত সৰলতাপূৰ্ণ এখন অন্তৰ, বন্ধুত্বপূৰ্ণ এটি হাঁহি, নিজম এটি শক্তি আৰু হেৰুৱালোঁ পোনপতীয়া তথা স্পষ্ট ভাষণবোৰ ····।'

১৯৬৬ চনৰ ২৯ চেপ্তেম্বৰত 'নেহৰু ঘুৰণীয়া মেজ'ত বহা এক বৈঠকত জাকিৰ হুছেইনে নেহৰুৰ বিষয়ে এইদৰে মন্তব্য প্ৰকাশ কৰিছিল,— 'নেহৰু কোনো মতাবলম্বী লোক নাছিল আৰু পিছলৈ কোনো লোকৰ বাবে তেওঁ বিশেষ মত বা উপদেশ দি থৈ যোৱা নাই ; কিন্তু তেওঁ দি থৈ গৈছে— এক মুক্ত জীৱন-স্মৃতিৰ ফেহুজালি, কৰ্ম্ম পদ্ধতিৰ আদব-কায়দা, অসীম শিষ্টাচাৰ, বিনিয়োগ কৰা প্ৰচেষ্টাৰ বাতাবৰণ আৰু নৈতিক উচ্চাকাঙ্ক্ষাৰ জলন্ত নিদৰ্শন।'

বোম্বাইত 'ইউচুফ মেহেৰেলী' (Yusuf Meherelly) কেন্দ্ৰটো মুকলি কৰোঁতে জাকিৰ হুছেইনে কোৱা এষাৰ কথা অতি তাৎপৰ্য্যপূৰ্ণ। তেওঁ কৈছিল,— 'মই নিজেই কব খোজোঁ যে মই এজন হিন্দু ভদ্ৰলোক, যিহেতু মই জন্ম গ্ৰহণ কৰিছোঁ মুছলমান

পৰিয়ালত। মই এইটোও কব খোজাবোঁ যে মই এজন মুছলমান, যিহেতু মই সকলো ধৰ্ম্মকে সমানে জ্ঞান কৰো।

তেওঁৰ চমু অথচ জ্ঞানগৰ্ভ ভাষণৰ গুৰিত হ'ল গভীৰ অধ্যয়ন। দেশ-বিদেশৰ কিতাপ পঢ়া তেওঁৰ দৈনন্দিক কাম। দৈনিক ৰুটিনৰ ভিতৰত কিতাপ পঢ়াটো হ'ল তেওঁৰ প্ৰথম কথা।

উপৰাষ্ট্ৰপতি হিচাবে জাকিৰ হুছেইনে কেবাটাও অনুষ্ঠানত জড়িত হৈ বহুতো ভাষণ দিয়াৰ সুবিধা পাইছিল। বিদেশী ৰাষ্ট্ৰ কেইখন-মানৰ পৰাও তেওঁ আমন্ত্ৰণ পাইছিল। তাৰ ভিতৰত ১৯৬৪ চনত আলজেৰিয়া, টুনিচিয়া ( Tunisia ), মৰক্কো আৰু পিছৰ বছৰত কুৱাইট ( Kuwait ), চাউদি আৰবিয়া ( Saudi Arabia ) জৰ্দ্দান, টুৰ্কী আৰু গ্ৰীছ উল্লেখযোগ্য। ১৯৬৬ চনৰ জুলাই মাহত চৰকাৰী ভ্ৰমণত তেওঁ গৈছিল আফগানিস্থানলৈ। তেওঁৰ প্ৰিয় বন্ধু খান আব্দুল গফৰ খানৰ সহযোগত ১৪ জুলাইৰ দিনা তেওঁ প্ৰস্তুত কৈৰিছিল ইণ্ডো-আফগান যুটীয়া ইস্তাহাৰ। ১৯৬৬ চনৰ অক্টোবৰ মাহত জাকিৰ হুছেইন গৈছিল থাইলেণ্ড, কম্বোদিয়া, চিঙ্গাপুৰ আৰু মালয়েচিয়ালৈ।

উপৰাষ্ট্ৰপতি পদত থকা দিন কেইটাত তেওঁ সচাকৈয়ে সুনাম অৰ্জ্জন কৰিছিল,— ভাৰতীয় গণতন্ত্ৰৰ আদৰ্শক বহুখিনি আগবঢ়াই নিছিল নিস্বাৰ্থ আৰু নিৰপেক্ষভাবে। আনহাতে কংগ্ৰেছ আৰু কংগ্ৰেছ চৰকাৰৰ ভিতৰত সোমাই উপৰাষ্ট্ৰপতি জাকিৰ হুছেইনে নিজৰ কৰ্ম্মক্ষেত্ৰত সৰলতা, উদাৰতা, পাণ্ডিত্য আৰু দক্ষতাৰ পৰিচয় সহজে দিব পাৰিছিল।

## ৰাষ্ট্ৰপতি

১৯৬৭ চন। দিল্লীত উথল-মাথল। ভাৰতৰ ৰাষ্ট্ৰপতি নিৰ্ব্বাচনৰ বা-বতাহ। কাক দিয়া হ'ব এই সন্মান। ৰাধাকৃষ্ণণে ৰাষ্ট্ৰপতিৰ পদ আৰু কামনা নকৰে। তেওঁ বিচাৰিছে অৱসৰ। তেওঁৰ উত্তৰাধিকাৰী হিচাবে জাকিৰ চাহাবেই উপযুক্ত হ'ব বুলি তেওঁ বিবেচনা কৰে; কিন্তু কেইজনমান কংগ্ৰেছ নেতাই ৰাধাকৃষ্ণণৰ লগত একমত হ'ব নোখোজে। আনকি তেতিয়াৰ কংগ্ৰেছ সভাপতি কামৰাজেও কৈছিল,—'জাকিৰ হুছেইন ৰাষ্ট্ৰপতি হোৱাৰ আশা ক্ষীণ।' অৱশ্যে ইন্দিৰা গান্ধীয়ে দৃঢ়ভাৱে কৈছিল যে জাকিৰ হুছেইন সহজে নিৰ্ব্বাচিত হ'বই। নানাজনৰ নানা মত। জাকিৰ হুছেইনৰ ব্যক্তিত্বৰ বিৰুদ্ধে কোনো বিৰোধী দলৰ মতামত হ'লে বেয়া নহয়। তথাপি স্বতন্ত্ৰ পাৰ্টিয়ে থিয় কৰাব বিচাৰিলে জয় প্ৰকাশ নাৰায়ণক। শেষত যেনিবা জয় প্ৰকাশ নাৰায়ণে থিয় হ'বলৈ অনিচ্ছা প্ৰকাশ কৰিলে।

বিৰোধী দলসমূহ এনেয়ে বহি নাথাকিল। তেওঁলোক একমত হৈ ভাৰতৰ প্ৰধান ন্যায়াধীশ কোকা চুব্বা ৰাওৰ নামটিকে প্ৰস্তাৱ কৰিবলৈ দৃঢ় সংকল্প হ'ল। সিফালে ১৯৬৭ চনৰ ৯ এপ্ৰিলৰ দিনা ৰাধাকৃষ্ণণেও এক বিবৃতি যোগে খাটাংকৈ জনাই দিলে যে তেওঁ আৰু ৰাষ্ট্ৰপতি হিচাবে কাম নকৰে। গতিকে কংগ্ৰেছ দলে বিনাদ্বিধাই এপ্ৰিলৰ ১০ তাৰিখে ৰাষ্ট্ৰপতি হিচাবে জাকিৰ হুছেইনক আৰু উপৰাষ্ট্ৰপতি হিচাবে মহিশূৰৰ ৰাজ্যপাল বৰাহগিৰি ভেঙ্কটাগিৰিক থিয় কৰালে। সেই একে তাৰিখতে বিৰোধী দল সমূহৰ পূৰ্ণ সমৰ্থন পোৱাৰ পিছত চুব্বা ৰাওৱে ন্যায়াধীশৰ

পদ ইস্তফা দি নিৰ্ব্বাচনী যুদ্ধত জপিয়াই পৰিবলৈ উঠিপৰি লাগিল।

যুদ্ধ আৰম্ভ হ'ল। জাকিৰ হুছেইনৰ জয়ৰ আশা কৰা লোক অগণন। শুভেচ্ছা আহিল দেশ-বিদেশৰ পৰা আনকি জয় প্ৰকাশ নাৰায়ণেও এক বিবৃতি যোগে এইদৰে নিজৰ অভিমত প্ৰকাশ কৰিলে,—'এই মুহূৰ্ত্তত ডঃ জাকিৰ হুছেইনৰ বাহিৰে আন কোনোবাই এই আসন গ্ৰহণ কৰি ভাৰতৰ স্বাধীনতা অক্ষুন্ন ৰাখিব পাৰিব বুলি মই কল্পনাই কৰিব নোৱাৰোঁ।......... ৰাষ্ট্ৰপতিৰ আসন গ্ৰহণৰ বাবে জাকিৰ হুছেইনৰ নাম বাচনিত মই কংগ্ৰেছ দলক শুভেচ্ছা জনাইছোঁ।'

জাকিৰ হুছেইন নামি গ'ল নিৰ্ব্বাচনী যুদ্ধত। সহায় কৰিলে বহুতো কংগ্ৰেছীয়ে।

১৯৬৭ চনৰ ২৬ এপ্ৰিল। সিদিনা মিচিগন (Michigan) বিশ্ববিদ্যালয়ৰ ১৫০ তম্ বাৰ্ষিক উৎসৱ। সেই উৎসৱত জাকিৰ হুছেইনে যোগদান কৰিলে। সেয়া আছিল তেওঁৰ নিৰ্ব্বাচনী যুদ্ধৰ শেষ আৰু এক বলিষ্ঠ অভিযান। তাত তেওঁ কথাকৈ অগণন মানুহৰ অন্তৰ জয় কৰি পেলালে।

জাকিৰ হুছেইন দিল্লীলৈ উভতি আহিল মে' মাহৰ ৩ তাৰিখে। ৬ মে'ৰ দিনা আৰম্ভ হ'ল নিৰ্ব্বাচনীৰ বাবে ভোট লোৱা কাম। হেজাৰ হওক, একজনৰ লগত যুঁজিব লগীয়া হোৱাত তেওঁ সুখী হোৱা নাই। তথাপি পিছ হুহকিলেতো নহ'ব। আগ বাঢ়িয়েই গ'ল। ভোট গণনা আৰম্ভ হোৱাৰ কেই মিনিট মান পিছতে 'লিঙ্ক' কাগজৰ প্ৰতিনিধি এজনে জাকিৰ হুছেইনক সুধিলে,— 'ৰাষ্ট্ৰপতি নিৰ্ব্বাচনত প্ৰতিদ্বন্দিতা চলাই আপুনি কেনেকুৱা অনুভৱ কৰিছে?' এটি হুমুনিয়াহ এৰি জাকিৰ হুছেইনে উত্তৰ দিলে,— 'এৰা, মই দুখ অনুভৱ কৰিছোঁ, খুব বেয়া লাগিছে, বুজিছে

শেষত বৃদ্ধৰ ওৰ পৰিল । ৯ মে' । সিদিনা ভাৰতৰ তৃতীয় ৰাষ্ট্ৰপতি হিচাবে ঘোষণা কৰা হ'ল ডঃ জাকিৰ হুছেইন[illegible]। তেওঁ সৰ্ব্বমুঠ ভোট পালে ৪,৭১,২৪৪ টা আৰু তেওঁৰ নিকততম প্ৰতিদ্বন্দ্বী চুব্বা ৰাওৱে ভোট পালে ৩,৬৩,৯৭১ টা ।

বিপুল ভোটত জয়লাভ কৰি অল ইণ্ডিয়া ৰেডিঅ'ৰ প্ৰতিনিধিৰ লগত হোৱা এক সাক্ষাৎ প্ৰসঙ্গত তেওঁ কৈছিল, "গভীৰ বিশ্বাসেৰে সৰ্ব্বসাধাৰণ ৰাইজে ভাৰতৰ দৰে এখন বিশাল ৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতিৰ পদত অধিষ্ঠিত কৰি মোক যি সন্মান প্ৰদৰ্শন ক'ৰিলে তাৰ বাবে মই গোটেই জাতিটোৰ ওচৰত চিৰকৃতজ্ঞ হৈ ৰ'ম। জীৱনৰ বাকী কেইটা দিন ৰাষ্ট্ৰীয় শিক্ষাত আত্মনিয়োগ কৰিব খোজা এজন সামান্য শিক্ষকক এইদৰে সন্মান দেখুৱাত মই অতীৱ আচৰিত হৈছোঁহক । যি নহওক, মহাত্মা গান্ধীৰ শিকনি আৰু আদৰ্শ শৰোগত কৰি মই আমাৰ জন সাধাৰণক সেৱা কৰিবলৈ পাৰ্য্যমানে চেষ্টা কৰিম ।……… সত্য আৰু অহিংসাৰ পথ অনুসৰণ কৰি মই মোৰ কৰ্ম্মময় জীৱনত সেৱাৰ মনোভাৱ লৈ কিমানদূৰ আগ বাঢ়িব পাৰোঁ চামইক ।"

ভাৰতৰ নতুন প্ৰধান বিচাৰক কে, এন, ৱাংচুই ১৩ মে'ৰ দিনা সংসদৰ চেণ্ট্ৰেল হলত জাকিৰক শপত খুৱাই ল'লে । ৰাষ্ট্ৰপতি হিচাবে শপত গ্ৰহণ কৰি উঠিয়েই তেওঁ জাতিৰ উদ্দেশ্যে দিয়া ভাষণ প্ৰসঙ্গত কোৱা এছোৱা অতি মূল্যবান কথা কোনেও পাহৰিব নোৱাৰে । তেওঁ কৈছিল,—"আমাৰ সংস্কৃতি য'ৰ পৰাই নাহক কিয় আৰু যিয়েই নিদিয়ক কিয়, সেই সংস্কৃতিৰ প্ৰতি সাধুতা আচৰণ কৰিবলৈ মই বাজি আছোঁ । মোৰ দেশৰ সংস্কৃতিক জীয়াই ৰখাত সেৱাৰ মনোভাৱ লৈ পাৰ্য্যমানে নিজকে আত্মনিয়োগ

কৰিম। অকল সেয়ে নহয় ধৰ্ম্ম আৰু ভাষাৰ ক্ষেত্ৰতো ঐক্য বজাই ৰাখিবলৈ মই দৃঢ় সংকল্প হৈছোঁহক। জাতি-বৰ্ণ-ধৰ্ম্ম নিৰ্বিবশেষে দেশবাসীৰ মঙ্গলৰ বাবে কাম কৰি যাবলৈ মই প্ৰতিজ্ঞা কৰিছোঁ।..........আমাৰ ৰাষ্ট্ৰীয় জীৱনত ক্ষমতাৰ সৈতে নৈতিকতাৰ, কলাকুশলতাৰ সৈতে নীতিবোধৰ, কৰ্ম্মৰ সৈতে ত্যাগৰ, প্ৰাচ্যৰ সৈতে পাশ্চাত্যৰ, ছিদক্ৰেদৰ সৈতে বুদ্ধৰ সমন্বয় সাধনৰ বাবে আমি চেষ্টা চলাই য'ম। সততে আমি মনত ৰাখিম চিৰন্তন আৰু ক্ষনিকৰ কথা, সচেতন বিবেক আৰু কুশলী কৰ্ম্ম পটুতাৰ কথা, প্ৰত্যয় আৰু সাফল্যৰ কথা।”

তেওঁ আৰু কৈছিল,—“গোটেই ভাৰতবৰ্ষ খনেই মোৰ ঘৰ আৰু ইয়াৰ মানুহবিলাক মোৰ পৰিয়াল। নিৰ্দ্ধাৰিত সময় এছোৱাৰ বাবে এই পৰিয়ালটোৰ মুখিয়াল হিচাবে মানুহবিলাকে মোক বাচি লৈছে। এই ঘৰখনক (ভাৰত) কেনেকৈ ক কটীয়া আৰু ধুনীয়া কৰিব পৰা যায়, প্ৰকৃত অথচ মদম-বদন আৰু লাৱণ্যময় জীৱন গঢ় দিবলৈ মনমোহা কামৰ বাবে ব্যস্ত হৈ থকা ব্যক্তি সকলৰ বাবে কেনেকৈ এখন মূল্যবান ঘৰত পৰিণত কৰিব পৰা যায়, সেয়েই হ'ব মোৰ সবল প্ৰচেষ্টা। পিছে এই পৰিয়ালটো হ'ল বৰ ডাঙৰ। কষ্টদায়ক গতিত ই ক্ৰমাৎ বাঢ়িহে গৈ আছে। গতিকে আমি আৰু আমাৰ প্ৰত্যেকেই নিজৰ নিজৰ বাটেৰে আগবাঢ়ি গৈ উদাৰ ভাবে নতুন জীৱন গঢ় দিয়াৰ উপৰিও দেশক সুদৃঢ় কৰিব লাগিব। বৰ্ত্তমানৰ পৰিস্থিতিয়ে দাবী কৰে নাৱৰ আৰু সবল কামৰ। এই কাম হ'ল দ্ৰুতৰপীয়া—নিজৰ আৰু চাৰিওফালে থকা সমাজখনৰ বাবে কৰিব লগীয়া কাম।..........মই মোৰ দেশৰ ব্যক্তিসকলৰ ওচৰত সম্পূৰ্ণ বিশ্বাস ৰাখিছোঁ যে তেওঁলোকে এই দ্ৰুতৰপীয়া কামৰ বাবে প্ৰয়োজনীয় শক্তি আহৰণ কৰিব আৰু এই মোহ ৰোৱা দুৰূহ চেষ্টাত মই নিজেও যদি

নিজকে বিলাই দিব পাৰোঁ তেন্তে ই মোৰ বাবে বিশেষ উপকাৰ কৰা হ'ব ।”

ডঃ জাকিৰ হুছেইনে ৰাষ্ট্ৰপতি পদত দুবছৰ কাল থাকি ধৰ্ম্ম নিৰপেক্ষ এই ভাৰতবৰ্ষ খনৰ বাবে সঁচাকৈয়ে যথেষ্ট কৰি গ'ল । তেওঁ এজন খছ মুছলমান হৈও হিন্দু মুছলমান উভয়কে সমানে জ্ঞান কৰিছিল আৰু চিনাকী দিছিল এজন প্ৰকৃত অথচ সুযোগ্য ভাৰত সন্তান বুলি । তেওঁৰ আদৰ্শ আছিল—'কম কথা কোৱা, বেছি কাম কৰা ( Let us talk less and do more work ), তেওঁৰ দৃঢ় বিশ্বাস আছিল যে যদি আমি সকলোৱে কঠোৰ পৰিশ্ৰম কৰোঁ আৰু সকলোৱে মিলিজুলি কৰোঁ তেন্তে জাতিৰ সমস্যা কমি যোৱাত সন্দেহ নথাকে । সেয়েহে হবলা ৰাষ্ট্ৰপতি জাকিৰ হুছেইনে পদে পদে ভাৰতবৰ্ষৰ জনসাধাৰণক আৰু ভাৰতীয় গণতন্ত্ৰৰ ওপৰত দৃঢ় বিশ্বাস ৰাখিহে কামত অগ্ৰসৰ হৈছিল ।

## ।। ইটো সিটো বহুতো ।।

অৰ্থনীতিবিদ, শিক্ষাবিদ আৰু ৰাজনীতিবিদ ডঃ জাকিৰ হুছেইন স্নাতক হোৱাৰ পিছত তেওঁ বিশেষকৈ সাহিত্য চৰ্চ্চাত মনোনিবেশ কৰিছিল । মৌলিক সাহিত্যৰ উপৰিও অনুবাদ সাহিত্যৰ প্ৰতিও তেওঁ আছিল আগ্ৰহশীল । অধ্যাপক এডুইন কান্নাৰ 'এলিমেণ্টাৰী পলিটিকেল ইকনোমি' নামৰ কিতাপখন 'মহাদিয়ে মছিয়াট, ( Mahadie Mashiat ) নাম দি উৰ্দ্দুলৈ অনুবাদ কৰাৰ উপৰিও প্লেটোৰ 'ৰিপাব্লিক' আৰু 'ফ্ৰেড্ৰিক লিষ্ট'ৰ 'দাচ ৰেচমেল চিষ্টেম দেৰ পলিটিচ্ছেন ইকনোমি' ( Das rational System der

Politischen Oekonomic) কিতাপখন 'মছিয়াট কৌমি' (Moshiat Qaumi) নাম দি উৰ্দ্দুলৈ অনুবাদ কৰি সুনাম অৰ্জ্জন কৰিছিল। তিনিটা বক্তৃতাৰ সমষ্টি 'মছিয়াট' (Economics) নামৰ মৌলিক পুস্তিকাখনিৰ উপৰিও জামিয়া মিলিয়াৰ মাহেকীয়া আলোচনী 'পায়েম—ঈ—তালিম'ত তেওঁ নিয়মিত ৰূপে ভালেখিনি মৌলিক ৰচনাৰাজি যোগাইছিল। তেওঁৰ আন এক অৱদান হ'ল—'কেপি-টেলিজ্‌ম' নামৰ ৰচনাৱলী।

শিশুৰ প্ৰতি আছিল তেওঁৰ অপৰিসীম স্নেহ। ইমান কৰ্ম্ম-ব্যস্ততাৰ মাজতো তেওঁ শিশুৰ বাবে ভালেমান সুন্দৰ সুন্দৰ গল্প লিখিছিল। তেওঁৰ মতে লিখাটো হ'ল—এক কষ্টদায়ক পৰিশ্ৰম—'এ পেইনফুল লেবাৰ'। তথাপি তেওঁ নিলিখাকৈ বহি থকা নাছিল। শিশু সাহিত্যবোৰ শিশুৱে পঢ়ি যিমান ভাল পায় ৰাষ্ট্ৰপতি জাকিৰ হুছেইনেও সিমানে ভাল পাইছিল, আমোদ পাইছিল। সেয়েহে 'পায়েম—ঈ—তালিম'ত তেওঁ ৰাকেয়া ৰেহানা (Ruqayya Rehana) ছদ্ম নামত শিশুৰ উপযোগী কেবাটাও গল্প আৰু সাধু লিখি থৈ গৈছে (ৰেহানা আছিল জাকিৰ হুছেইনৰ জীয়াৰী। মাত্ৰ ৫ বছৰ বয়সত মৃত্যু বৰণ কৰা এইজনী জীয়ৰীক জাকিৰে খুব মৰম কৰিছিল)। তেওঁৰ স্বৰচিত গল্পবোৰ 'আব্বুখাঁন কী বক্ৰী আউৰ চোধ অউৰ কহানীয়া' (আব্বুখানৰ ছাগলী আৰু অন্যান্য চৌধ্যটা গল্প) নামদি এটা সঙ্কলন প্ৰকাশ কৰা হয়। তেওঁৰ শেহতীয়া 'কাচ্ছুৱা আউৰ খৰগোছ' (কাছ আৰু শহা) নামৰ কিতাপ খনেও জনপ্ৰিয়তা অৰ্জ্জন কৰিব পাৰিছে। এই কিতাপৰ মাজেদি তেওঁ প্ৰত্যেকে প্ৰত্যেকৰ কাম কেনেদৰে নিয়াৰিকৈ কৰি যাব লাগে তাকে ৰূপাত্মক ভাবে প্ৰকাশ কৰিছে।

তেওঁৰ লিখনি শক্তি আছিল প্ৰাঞ্জল, সাবলীল আৰু স্পষ্ট। প্ৰত্যয়, বলিষ্ঠতা আৰু সৰলতাৰ অপূৰ্ব্ব সমন্বয় ঘটিছিল তেওঁৰ

লিখনিত। বিষয় সম্পৰ্কে গভীৰ উপলব্ধি, অনুভূতি প্ৰৱণতা আৰু ৰুচিৰ সুচিন্তা তেওঁৰ ৰচনাৰ ছত্ৰে ছত্ৰে প্ৰকাশ পাইছিল। গধুৰ যুক্তি, স্বচ্ছ প্ৰকাশ আৰু বক্তব্যক পতিয়ন যোগ্য হোৱাকৈ সৰল ভাবে উপস্থাপন কৰিব পৰাটো তেওঁৰ লিখনিৰ অন্যতম গুণ আছিল। তেওঁ সাধাৰণতে পাঠকক অভিভূত কৰাৰ পৰিৱৰ্ত্তে অনুপ্ৰাণিতহে কৰিছিল। থোৰতে কবলৈ হ'লে ডঃ জাকিৰ হুছেইনে উৰ্দ্দু আৰু ইংৰাজী ভাষাৰ উপৰিও পাৰ্চি, জাৰ্মান তথা হিন্দী ভাষাতো লিখি সাহিত্যৰ বেদী শুৱনি কৰিব পাৰিছিল।

জাকিৰ হুছেইনে উৰ্দ্দু কবি জামী, ৰুমী, উৰ্ফী, নিজাম, খাদী, গালিব আৰু ইকবালৰ কবিতাৰাজি পঢ়ি ভাল পাইছিল। উৰ্দ্দু-কবিতা পঢ়ি উৰ্দ্দু কবি সকলক উৎসাহ দিয়াত জাকিৰ আছিল আগৰণুৱা। উপৰাষ্ট্ৰপতি হৈ থাকোঁতে জাকিৰ চাহাবক চিকন্দাৰ আলি ৱাজিদ নামৰ উৰ্দ্দু কবি এজনে তেওঁৰ কবিতা সংকলন এটা জাকিৰলৈ উপহাৰ স্বৰূপে আগবঢ়োৱাত জাকিৰ চাহাবে দিনে-ৰাতিয়ে সেই কবিতা কেইটা পঢ়ি ৰসাস্বাদন কৰিছিল।

সৌন্দৰ্য্য পিপাসু জাকিৰ হুছেইন সংগীত আৰু চিত্ৰকলাৰ প্ৰতিও আছিল বিশেষ আগ্ৰহশীল। সেয়েহে তেওঁ সমাদৰ কৰিছিল আধুনিক চিত্ৰ-কলাক, সংগ্ৰহ কৰি ৰাখিছিল আপুৰুগীয়া ৰেকৰ্ড আৰু চিত্ৰ সমূহ। চিত্ৰকৰ মঃ হুছেইন, গুজৰাল, ৰাম কুমাৰ আৰু খান্না আদি লোক কেইজন আছিল তেওঁৰ অতি প্ৰিয়। মঃ হুছেইনক দিল্লীৰ এখন প্ৰদৰ্শনীত লগ পাই হাঁহিমুখে জাকিৰে নিজকে দেখুৱাই এইদৰে কৈছিল,—'খাকচৰ কো ভী হুছেইন কহতে হ্যায়।' (এই সামান্য মানুহজনকো হুছেইন বুলি কোৱা হয়!) চিত্ৰকৰ মঃ হুছেইনে ১৯৬৬ চনত উপৰাষ্ট্ৰপতি জাকিৰ চাহাবৰ প্ৰতিকৃতি এখন একঘণ্টাত আঁকি সুনাম অৰ্জ্জন কৰিছিল। ১৯৬৭ চনৰ এপ্ৰিল মাহত নিউইয়ৰ্কত প্ৰদৰ্শিত মঃ হুছেইনৰ এখন

আতক খুৰীয়া প্ৰদৰ্শনীয়ে বহুতো দৰ্শকৰ পৰা ভূৰি ভূৰি প্ৰশংসা লাভ কৰিছিল। সেই সময়ত জাকিৰ হুছেইনো তাত উপস্থিত থাকি নিজকে গৌৰৱ বোধ কৰিছিল।

সকৰে পৰা ফুলৰ বাগিছা পতা জাকিৰ হুছেইনে খুব পচন্দ কৰিছিল। ১৯৪৯ চনত প্ৰথমবাৰ হৃদৰোগত আক্ৰান্ত হোৱাৰ এমাহৰ মূৰত বিশেষকৈ গোলাপ ফুলৰ প্ৰতি তেওঁৰ আকৰ্ষণ বৃদ্ধি পাইছিল। ৰাষ্ট্ৰপতি ভৱনৰ সন্মুখত আৰু নিজৰ বাসভৱনৰ সন্মুখত থকা হেজাৰ হেজাৰ ফুলৰ মেলাই জাকিৰ হুছেইনৰ মনত আনি দিছিল এক অবিমল আনন্দ। অকল ফুলেই নহয়, নিজস্ব বাগানত ৰোৱা সৰু সৰু গছপুলিবোৰৰ মনোৰম দৃশ্যইও তেওঁৰ পেটৰ ভোক গুচাব পাৰিছিল। ভাটৌ চৰাই, ৰঙা বগলি, বগা ম'ৰা চৰাই, গছপুলি, জীবাশ্ম, পাথৰ আৰু কিছুমান খনিজ পদাৰ্থ—এইবোৰে সঙ্গীহিচাবে কেতিয়াবা কেতিয়াবা জাকিৰক উৎসাহ-উদ্দীপনা দিছিল। এইবোৰ তেওঁ নানা ঠাইৰ পৰা সংগ্ৰহ কৰিছিল। কচ্ছদেশ ভ্ৰমণ কৰোঁতে এনেকুৱা সামগ্ৰী তেওঁ বহুতো উপহাৰ স্বৰূপে পাইছিল। সংগৃহীত সামগ্ৰীৰ ভিতৰত আছে ১০০০ ডোখৰ খনিজ পদাৰ্থ, ২৫০ ডোখৰ বিভিন্ন ধৰণৰ পাথৰ আৰু ৩০০ জীৱাশ্ম। তেওঁ মোগল গাৰ্ডেন খনকো এক অভিনৱ ৰূপত ৰূপ দিছিল। চালে চকুৰোৱা এই গাৰ্ডেনত প্ৰায় ৫০০০ জোপা বিভিন্ন ৰঙৰ গোলাপ ফুলৰ সুকোমল পাহিৰ মৃদু মধুৰ নাচোনে আজিও জাকিৰৰ কথাকে যেন সোঁৱৰাই আছে। তদুপৰি আলজিৰিয়া, মেক্সিকো আদি ঠাইৰ পৰা সংগ্ৰহ কৰা কেক্‌টাচ, টুলিপ আৰু অৰ্কিড'ৰ সংৰক্ষণ অতি চমকলগা।

কবিতা, ফুল আৰু সঙ্গীত প্ৰিয় জাকিৰ হুছেইনৰ ঘৰখন আছিল সুখকৰ। তেওঁৰ প্ৰিয়তমা পত্নী বেগম ছাহাজাহান হুছেইনক

তেওঁৰ নিজৰ দৰে সমান জ্ঞান কৰিছিল, মৰম কৰিছিল, আনকালে প্ৰাণৰ জীয়াৰী চায়দা আৰু চফিয়াক মৰম কৰিছিল অভাৱনীয়ভাৱে। 'আঞ্জুমা'ৰ সৈতে মুঠ ৭ জন নাতি নাতিনীয়েকৰ লগত উমলিও তেওঁ কে তয়াৰা আনন্দত আত্মহাৰা হৈ পৰিছিল।

জাকিৰ হুছেইন সঁচাকৈয়ে ধৰ্ম্মপ্ৰাণ লোক। তেওঁৰ মতে মানৱ সেৱা এটা ডাঙৰ ধৰ্ম্ম। কি হিন্দু, কি মুছলমান সকলোকে এক ভগবানৰ সন্তান বুলি জ্ঞান কৰাটো মানুহ মাত্ৰৰে কৰ্ত্তব্য। হিন্দু-মুছলমান উভয়ে উভয়ক নিজৰ বুলি ভাৱ পৃথিৱীৰ পৰা দাসত্বৰ মূল শিপা উভালিবৰ বাবে চেষ্টা চলাব লাগে। ধনী-দুখীয়াৰ ভিতৰত থকা প্ৰভেদৰ ঢাকনীখন গুছাই সকলোৱে অৰ্থনৈতিক উন্নয়নত হাত দিব লাগে। ধনক ভিত্তি কৰি মানুহে নিজৰ মহত্বৰ চিনাকি নিদি সাধুতাক ভিত্তি কৰিহে মহত্বৰ চিনাকি দিব লাগে। যি দেশত জন্ম গ্ৰহণ কৰা হয় আৰু যি দেশত মৃত্যু বৰণ কৰিব লাগিব সেই দেশত জাতি-বৰ্ণ-ধৰ্ম্ম নিৰ্বিশেষে নিজৰ কৰ্ত্তব্য কাম কৰাটো এক ডাঙৰ ধৰ্ম্ম। নিজৰ নিজৰ ক্ষেত্ৰত সকলো ধৰ্ম্মই শ্ৰেয়ঃ।

নিজৰ প্ৰতিভাৰ বলত ১৯৫৪ চনত অৰ্জ্জন কৰা 'পদ্মবিভূষণ' আৰু ১৯৬৩ চনত পোৱা 'ভাৰতৰত্ন' সন্মানেৰে সন্মানিত হোৱা জাকিৰ হুছেইনে নিজৰ বিষয়ে কেতিয়াও বঢ়াই কোৱা নাছিল। অশেষ কষ্ট আৰু ত্যাগ স্বীকাৰ কৰি জামিয়া প্ৰতিষ্ঠা কৰা, ৰাষ্ট্ৰীয় বুনিয়াদী শিক্ষাৰ আঁচনি যুগুত কৰা, আলিগড়ৰ দৃষ্টিভঙ্গী সলনি কৰা, উপৰাষ্ট্ৰপতি আৰু ৰাষ্ট্ৰপতিৰ আসন পোৱা কৰ্ম্মবীৰ জাকিৰ হুছেইনৰ কৰ্ম্মময় জীৱনৰ প্ৰতীক স্বৰূপ। তেওঁৰ মতে জীৱনটোৱেই হ'ল কাম। সেয়েহে তেওঁ কৈছিল, 'লাইফ ইজ ৱাৰ্ক—ৱাৰ্ক ইজ ৱাৰ্কশ্বপ।'

সাম্প্ৰদায়িকতাৰ চোৰে দেশক কেতিয়াবা ডুব নিয়াব খুজিলেই জাকিৰ হুছেইনে সেইটোৰ ওপৰত থিয় হৈ, তাক দমাবৰ কাৰণে অশেষ চেষ্টা কৰিছিল। কেনেকৈ মানৱতাক ৰক্ষা কৰিব পাৰি, দেশৰ অগ্নিশিখা নুমাব পাৰি সেয়া আছিল তেওঁৰ আজীৱন চিন্তা। তেওঁ কেতিয়াবা নিজে নিজে চিন্তা কৰিছিল যে ভগবানে মানুহক বিশ্বাস কৰিয়েই আছে, কিন্তু মানুহে মানুহক বিশ্বাস কৰে নে নকৰে সেইটোহে সন্দেহৰ বিষয়। তেওঁৰ মতে মানুহে মানুহক বিশ্বাস কৰিলে ভগবানক বিশ্বাস নকৰাৰ কোনো কাৰণ থাকিব নোৱাৰে।

## ॥ অসম আৰু নগাৰাজ্যত এভুমুকি ॥

১৯৬৯ চন। এপ্ৰিল মাহ। ২১ তাৰিখৰ পৰা ২৫ তাৰিখলৈ পাঁচদিনীয়া ভ্ৰমণৰ বাবে ৰাষ্ট্ৰপতি ডঃ জাকিৰ হুছেইন আহিছিল অসম আৰু নগাৰাজ্যৰ বুকুলৈ। অসম ভ্ৰমণত আহোঁতে ৰাষ্ট্ৰপতিয়ে পোনতে তেজপুৰত অৱতীৰ্ণ হৈ এখন ৰাজহুৱা সভাত কৈছিল,—"প্ৰথম দৃষ্টিতে মই অসমক ভাল পাই পেলাইছোঁ আৰু এই ভ্ৰমণতে অসমৰ জনসাধাৰণৰ আস্থা আৰু সম্বৰ্দ্ধনাত মই মুগ্ধ হৈছোঁ।" তেওঁ আৰু কৈছিল,—"যি দাবীয়ে তোলা নহওক কিয় সেয়া যুক্তিযুক্ত হ'ব লাগে। অসমৰ জন সাধাৰণে ন্যায় সঙ্গত ধৰণে দাবী জনাই দেশৰ আগত আদৰ্শনীয় দৃষ্টান্ত দাঙি ধৰিব বুলি আশা কৰোঁ।"

তেজপুৰ, যোৰহাট আৰু গুৱাহাটীত অনুষ্ঠিত ৰাজহুৱা সভা বোৰত তেওঁ দিছেই কম সময়ৰ ভিতৰতে কেইটা অতি মূল্যবান কথাই

এতিয়াও অসমীয়া ৰাইজক ৰেখাপাত কৰি আছে।

তেওঁ ২৩ এপ্ৰিলৰ দিনা যোৰহাটত কৈছিল - "ৰাষ্ট্ৰৰ অৰ্থনৈতিক প্ৰগতি যাইকৈ খেতিৰ ওপৰতে নিৰ্ভৰ কৰে। অৱশ্যে খেতিত মনোনিবেশ কৰিব লাগিলেও উদ্যোগকো আমি উপেক্ষা কৰিব নালাগে।"

২৪ এপ্ৰিলৰ দিনা নগা ৰাজ্য পৰিভ্ৰমণ কৰোঁতে জাকিৰ হুছেইনে কৈছিল যে শান্তি আৰু সহযোগিতাৰ ক্ষেত্ৰত নগা ৰাজ্যই যোৱা কেই বছৰ কালত দেশৰ অন্যান্য অংশৰ বাবে এক উৎকৃষ্ট নিদৰ্শন দাঙি ধৰিছে। শিক্ষা আৰু কৃষিৰ ক্ষেত্ৰত ৰাজ্যখনে ব্যাপক অগ্ৰগতি লাভ কৰাত তেওঁ অতি সন্তোষ প্ৰকাশ কৰি কৈছিল যে নগা জনসাধাৰণৰ স্বদেশ প্ৰেম অসাধাৰণ।

গুৱাহাটীৰ বিৰাট জন সমাবেশৰ মাজত ২৫ এপ্ৰিলৰ দিনা মাত্ৰ ৭ মিনিট সময় ভাষণ দি ৰাইজৰ মাজত এক আশ্চৰ্য্যৰ সৃষ্টি কৰিছিল। 'এই মানুহজনে ইমান কম সময় ক'লে কিয় ? কিমান দূৰৰ পৰা মানুহ আহিছে ইমান কম কথা শুনিবলৈ নে ?' আপচোচ! অসম ভ্ৰমণ কালছোৱাত ৰাষ্ট্ৰপতিৰ গাত অসুখ অনুভৱ হৈছিল চাগৈ! হওক নহওক, তেওঁ দীঘলীয়া কথা কোৱা মানুহ নহয়। তেওঁৰ নীতিয়েই হ'ল—'বেছিকৈ কৰা, কমকৈ কোৱা।' সেয়েহে সিদিনা যদিও অভাৱনীয় ভাবে নিচেই কম সময়হে কৈছিল সেই কোৱা চমু কথাখিনি কম মধুৰ নাছিল একা। জজ খেল পথাৰত অনুষ্ঠিত সেই সভাখনত তেওঁ কৈছিল,—"অসমৰ 'আৱাজ' বহুত মজবুত। এই 'আৱাজ'ৰ কথা নতুন দিল্লীয়ে গম পাইছে। আপোনালোকে ভবাৰ দৰে তাত সেই ধ্বনি নুশুনা নহয়। * * * অসম ঔদ্যোগিক বিষয়ত পিচ পৰি আছে, কিন্তু কৃষি উৎপাদন বৃদ্ধি কৰিলেই ঔদ্যোগিক উন্নয়ন হব নোৱাৰে। * * * নিজৰ

ওপৰত বিশ্বাস বখাটোৱেই আটাইতকৈ ডাঙৰ কাম।" তেওঁৰ পৰামৰ্শ হ'ল,—"শিক্ষাৰ ওপৰতেই অসমৰ ভবিষ্যত নিৰ্ভৰ কৰিছে আৰু উন্নয় ৰ ক্ষেত্ৰত অসমে কিবা কৰিবৰ হ'লে শিক্ষাৰ ওপৰতে বেছিকৈ জোৰ দিব লাগিব। ব্ৰডগজ ৰেলপথ আৰু তেল শোধনাগাৰ স্থাপনৰ বাবে তোলা দাবীৰ দৰে অসমত শ্ৰেষ্ঠ শিক্ষা-নুষ্ঠান স্থাপন কৰাৰ কাৰণে দাবী তুলিব লাগে।" তেওঁ আৰু কৈছিল,—"আপোনালোকৰ কামক মই নিজৰ কাম বুলি ভাবোঁ।"

অসম আৰু নগাবাজ্যৰ ঠাই বিশেষ ভ্ৰমণ কৰি আনন্দ উপভোগ কৰি দিল্লীলৈ প্ৰত্যাবৰ্তন কৰাৰ আগ মুহূৰ্তত স্থানীয় বাতৰি কাকতৰ সাংবাদিক সকলৰ লগত ঘৰুৱা ভাবে হোৱা এক সংকাত ৎসঙ্গত তেওঁ এটি বহুমূলীয়া বাণী দি থৈ যায়। সেই বাণীত তেওঁৰ মনোভাব স্পষ্টকৈ ফুটি ওলাইছিল। তেওঁ তেওঁৰ বাণীত কৈছিল,—"আপোনালোকক লগ পাই মই অতিশয় আনন্দিত হৈছোঁ। অসম আৰু নগা বাজ্যত মই অবিস্মৰণীয় পাঁচটা দিন কটালোঁ। দিল্লীলৈ ওভতাৰ আগতে আপোনালোকৰ লগত এইটোৱেই মোৰ শেষ সাক্ষাত। সৌন্দৰ্য্যেৰে পৰিপূৰ্ণ এই দেশ আৰু ইয়াৰ মাজিত জন সাধাৰণে মোৰ মন মোহিত কৰিছে। শিলং আৰু কহিমাতো মোৰ ভ্ৰমণ কৰাৰ ইচ্ছা আছিল, কিন্তু অতি উচ্চতা হেতুকে মই যাব নোৱাৰিলোঁ। ইয়াৰ জন সাধাৰণে যোটলৈ যি অকুণ্ঠ প্ৰেম আৰু চেনেহ যাচিলে তাৰ প্ৰতি মই গভীৰ কৃতজ্ঞতা বোধ কৰিছোঁ। অসম আৰু নগা বাজ্যৰ যʼলৈকে গৈছোঁ তাতেই মোৰ প্ৰতি দেখুওৱা মৰমত মই সঁচাকৈয়ে মুগ্ধ হৈছোঁ। এইটো মৰ দুখৰ বিষয় যে বতৰ বেয়া হোৱা বাবে মোৰ বিমানৰথ নেফাত অৱতৰণ কৰাব নোৱাৰিলোঁ; কিন্তু আনকি অৱতৰণ কৰিবলৈ চেষ্টা কৰোঁতে মোক দূৰৱৰ্তী অঞ্চল সমূহৰ যোগাযোগ ব্যৱস্থাৰ অসুবিধাৰ কথা সোঁৱৰাই দিছে আৰু মোৰ

মনত স্পষ্ট ভাবে ভাঁহি উঠিছে—এই অঞ্চল সমূহৰ ৰক্ষা-বেক্ষণাৰ্থে কাৰণে আগৰ সৈন্য বাহিনীয়ে পালন কৰা গধুৰ দায়িত্বৰ চিত্ৰখনি। মই কেইবোৰ প্ৰতিৰক্ষা প্ৰতিষ্ঠান পৰিদৰ্শন কৰিছোঁ আৰু বহুতো বিষয়া আৰু অন্যান্য লোকৰ লগত সাক্ষাত কৰিছোঁ। মই তেওঁলোকৰ উচ্চ নৈতিকতা দেখি সুখী হৈছোঁ। মই আপোনা-লোকৰ কৰিয়তেই তেওঁলোকে কৰা সুন্দৰ সেৱাৰ কাৰণে তেওঁলোকলৈ মোৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছোঁ আৰু তেওঁলোকৰ সেৱাৰ শলাগ লৈছোঁ।

"আপোনালোকৰ আগত দেখা দিয়া সমস্যা আৰু অসুবিধা সমূহৰ বিষয়ে মই ৰাজহুৱা সভাত দিয়া ভাষণত ইতিমধ্যেই কৈছোঁ। গতিকে সেই বিষয়ে আৰু মোৰ অধিক কব লগা নাই। কেন্দ্ৰীয় চৰকাৰ এই সমস্যা সমূহৰ প্ৰতি সজাগ আৰু কেন্দ্ৰই ইয়াৰ ক্ষমতা অনুযায়ী আপোনালোকলৈ সকলো ধৰণৰ সাহায্য আগ বঢ়াবলৈ যথাৰ্থ চেষ্টা চলাব। কঠোৰ শ্ৰম কৰক, ঐক্যবদ্ধ হওক আৰু শৃঙ্খলা ৰক্ষা কৰক—এয়ে হৈছে অসমৰ জন সাধাৰণলৈ মোৰ বাণী। আপোনালোকে প্ৰগতিৰ পথলৈ আগ বাঢ়ি গৈছে আৰু মোৰ বিশ্বাস আপোনালোকে আপোনালোকৰ আশা পূৰণ কৰিব পাৰিব। অসম আৰু নগালেণ্ড চৰকাৰে মোৰ প্ৰতি যি আদৰ সম্ভাষণ জনালে তাৰ প্ৰতি তেওঁলোকলৈ মই পুনৰবাৰ ধন্যবাদ জ্ঞাপন কৰিছোঁ।"

ৰাষ্ট্ৰপতিয়ে অসম এৰি থৈ দিল্লী পোৱাৰ পিছত অসমৰ ৰাজ্যমন্ত্ৰী (বৰ্ত্তমান মুখ্যমন্ত্ৰী) শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰীলৈ এখন পত্ৰ লিখিছিল। তাৰ অসমীয়া অনুবাদ এনেকুৱা হ'ব—

ৰাষ্ট্ৰপতি ভৱন, নতুন দিল্লী—৪
এপ্ৰিল ২৮, ১৯৬৯

মোৰ প্ৰিয় শ্ৰীচৌধুৰী,

ৰবিবাৰে মই দিল্লী পালেহি আৰু বিভিন্ন ঠাইত আয়োজিত অপূৰ্ব ব্যৱস্থাৰ কাৰণে আপোনাক শলাগ জনাই এয়া লিখিছোঁ।

মই অত্যন্ত সুখী হৈছোঁ যিহেতু মোৰ এই অসম ভ্ৰমণ ফলপ্ৰসূ হ'ল। আপুনি জানে যে কেবা বছৰৰ পৰাই মই তালৈ যাবলৈ মনতে পাঙি আছিলোঁ; কিন্তু সেয়া কোনো পধ্যেই হৈ উঠা নাছিল। মই সঁচাকৈয়ে আনন্দিত যে ভাত মই যি অলপ কেইদিন মানৰ বাবে আছিলোঁ, সেই সময় ছোৱাৰ ভিতৰতে বিভিন্ন বাইজক লগ পাইছিলোঁ আৰু আপোনালোকৰ বিভিন্ন সমস্যাৱলী আৰু সেই সমস্যা সমাধান কৰিবলৈ আপোনালোকে লোৱা পন্থাৰ বিষয়ে জানিব পাৰিছিলোঁ।

সোনকালে আৰোগ্য হোৱাৰ বাবে শ্ৰীচলিহাজীলৈ মোৰ আন্তৰিক শুভেচ্ছা অনুগ্ৰহ কৰি জনাব।

আপোনালোক সকলোলৈ আৰু আপোনাৰ সহ কৰ্মী সকললৈ শুভেচ্ছাৰে সম্বৰিলোঁ।

আপোনাৰ
স্বাক্ষৰ—
জাকিৰ হুছেইন

শ্ৰীএম, এম, চৌধুৰী
বাজহ মন্ত্ৰী,
অসম চৰকাৰ, শ্বিলং

অসম আৰু অসমবাসীৰ প্ৰতি জাকিৰ হুছেইনৰ যে এটা ভাল পোৱা ভাব আছিল সেই কথা উক্ত চিঠিখনৰ পৰা সহজে বুজিব পাৰি।

## সেই মৃত্যু অপৰাজেয়

ভাৰতৰ তৃতীয় ৰাষ্ট্ৰপতি, ঐক্য আৰু সংহতিৰ প্ৰতীক স্বৰূপ, বিদগ্ধ পণ্ডিত, শিক্ষাবিদ, আত্মনিৰ্ভৰশীল ধৰ্মনিৰপেক্ষ আৰু মহান ৰাজনীতিবিদ ৰাষ্ট্ৰপতি ডঃ জাকিৰ হুছেইন আৰু আমাৰ মাজত নাই।

সিদিনা শনিবাৰ। মে' মাহৰ ৩ তাৰিখ। আন দিনাৰ দৰে সিদিনাও তেওঁ নিচেই পুৱাতে শয্যা এৰি নিয়মিত মতে পুৱাৰ প্ৰাৰ্থনা সমাপ্ত কৰে আৰু পিছত দিনটোৰ সংবাদ পত্ৰ সমূহৰ ওপৰত চকু ফুৰায়। পুৱা ৯ বজাত তেওঁ পুৱাৰ লঘু আহাৰ কৰে আৰু পিছত পৰিয়ালৰ অন্যান্য লোকসকলৰ সৈতে খন্তেক সময় কথা-বতৰা হয়। তাৰ পিছতে স্বৰচিত পুথি কেইখনমান হাতত লৈ শয়ন কক্ষলৈ যায় আৰু প্ৰায় ১১ টা মান বজালৈকে অলপ পঢ়ে গৈ। কেইদিনমান ধৰি কঠিন কৰি জাকিৰ হুছেইনক কেইজনমান নিজস্ব ডাক্তৰে পৰীক্ষা কৰি আছিল। সিদিনাও পুথি পঢ়ি থকা সময়ত ৰাষ্ট্ৰপতিজনাৰ নিয়মিত শৰীৰ পৰীক্ষাৰ বাবে তেওঁৰ ব্যক্তিগত চিকিৎসক ব্ৰিগেডিয়াৰ ড': লাল অন্য এজন চিকিৎসকৰ সৈতে আহি ওচৰৰ আন এটা কোঠাত অপেক্ষা কৰি ৰ'ল। সময়ৰ সুকণ্ডা উলিয়াই পৰীক্ষা কৰাৰ উদ্দেশ্যে চিকিৎসক দুজন উপস্থিত হ'ল। পৰীক্ষা কৰাৰ আগতে জাকিৰ হুছেইনে চিকিৎসক দুজনক ক'লে—'পৰীক্ষা অলপ পিছত কৰিব। মই গা ধোৱা কোঠাৰ পৰা আগেয়ে অলপ আহি লওঁ।' ডাক্তৰৰ সন্মতি-ক্ৰমে জাকিৰ হুছেইন গা ধোৱা কোঠালৈ সোমাই গ'ল—সন্মুখৰ দুৱাৰখন বন্ধ কৰি। প্ৰায় ২০ মিনিট সময় ধৰি জাকিৰ হুছেইন কোঠাটোৰ পৰা ওলাই নহা দেখি ডাক্তৰ দুজনে অস্বস্থি বোধ কৰিলে, সন্দিহান হবলৈ বাধ্য হ'ল। পিছফালৰ দুৱাৰ এখন জোৰেৰে খুলি কোঠাৰ ভিতৰলৈ সোমাই গৈ ডাক্তৰ দুজন হতবাক হ'ল। তেওঁলোকে দেখিলে জাকিৰ চাহাব সংজ্ঞাহীন হৈ মজিয়াত পৰি আছে—মাতবোল নাই।

মুহূৰ্তৰ ভিতৰতে ডাঃ ব্ৰিগেডিয়াৰ এইচ, এচ, লাল, ডাঃ হৰবান্স লাল আৰু ডাঃ আৰ, কে, দোৱাই জাকিৰ চাহাবৰ সংজ্ঞাহীন দেহ পৰীক্ষা কৰে আৰু লগে লগে ৰাজধানীত থকা প্ৰখ্যাত

মূৰ্ত্তি ধৰি এই আশ্ৰমত। দয়া কৰি
দিব জানো অভাগীক নিজ পৰিচয় ?
শঙ্কৰ—ব্ৰহ্মচাৰী, দেৱি ! মই ; এই অৰণ্যতে
আছোঁ আজি বহুত বছৰ। কিছু দিন
হল, শুনিছোঁ লোকৰ মুখে, ইয়াতেই
আহি বোলে হিমাদ্ৰিৰ তনয়া পাৰ্ব্বতী
আচৰিছে তপ ঘোৰতৰ। কৌতূহল
হল ; আহিলোঁ চাবৰ বাবে। কোন তুমি ?
বিজয়া—তেৱেঁ সেই তপস্বিনী হিমাদ্ৰি-তনয়া।
শঙ্কৰ—তুমিয়ে নে হিমাদ্ৰি-তনয়া ? যদি হোৱাঁ,
কৌতূহল জেনে মোৰ বাঢ়িল দুগুণে।
ভুবন-মোহিনী তুমি ! কতো দেখা নাই
ইহেন নন্দনময় ৰূপৰ তুলনা।
নিজে তুমি তপস্যাৰ ধন ; পাবলই
তোমা হেন স্বৰ্গীয় ৰতন, নৰতৰ
লোকে কৰে তপস্যা কঠোৰ। কিন্তু তুমি
নিজে বাৰু কিবা হেতু তপ আচৰিছা ?
তোমাৰ পিতায় হিমাচল, সেইদেখি
নিশ্চয় মনত নাই—ঐশ্বৰ্য্যৰ বাবে
পাৰা তুমি তপস্যা কৰিব। আনপিনে,
কৰা নাই যদি তুমি স্বামীৰ প্ৰাৰ্থনা,
নুবুজোঁ কি বাবে তুমি তপ আচৰিবা।
জয়া—শেষৰ কথাই তেওঁৰ সঁচা, মুনিবৰ !
শঙ্কৰ—কি কোৱাঁ ? পতিৰ হেতু তপস্যা আচৰে

এই দিব্য নিৰুপমা সৌন্দৰ্য্য-ৰাণীৰে ?
এনে বিপৰীত কথা কই তোমালোকে
নকৰিবা মোক আচৰিত। যদি হয়,
কোৱা তেন্তে কোন সেই অহঙ্কাৰীজন
যাৰ মিছা উপেক্ষাই হিম-দুহিতাক
প্ৰণয়ত এনেদৰে কৰিছে আকুল ?
বিজয়া—শুনা তেন্তে, মুনিবৰ। উপেক্ষি দেৱতা,
নৰ, গন্ধৰ্ব্ব, কিন্নৰ আদি, কুঁৱৰীয়ে
কৰিছেছি হৃদয়ত হৰৰ সাধনা।
শঙ্কৰ—জটাধাৰী মহেশক পতি বাঞ্ছা কৰি
ভুবন-মোহিনী পাৰ্ব্বতীয়ে, আচৰিতে
ই হেন তপস্যা ? অসম্ভৱ। অসম্ভৱ !!
পাৰ্ব্বতি ! সন্দেহ মোৰ কৰা দূৰীভূত ;
সচাকৈয়ে কি কাৰণে তপস্যা কৰিছা ?
কেনে দিব্যাঙ্গনা তুমি ! জনম-ভিকহু
সৰ্পৰ ভূষণধাৰী কদাকাৰৰূপী
শঙ্কৰক পতি বাঞ্ছা কৰি, অভিশাপ
বাছি লোৱা কথা, তোমাৰ সৰীৰ মাথো।
উপহাস বুলিয়েই পাৰিছোঁ। ভাবিব।
পাৰ্ব্বতী—অভিশাপ ? কিয় অভিশাপ, মুনিবৰ ?
দেৱৰ পৰম দেৱ, সৃষ্টি অন্তকাৰী
মহেশৰ আৰাধনা উপহাস বুলি
কিয় কয় ? সচাকৈয়ে জন্মে জন্মে যেন
পতিৰূপে পাওঁ মহেশক, তাৰ বাবে

মুহূৰ্ত্তত স্বামীক তৃপ্তি দিয়া, মৰম দিয়া, সান্ত্বনা দিয়া। তাৰ বাহিৰে তেওঁৰ যেন ভাবিব লগা একোৱেই নাই। স্বামীয়ে ভাল পোৱাকৈ সুন্দৰ ভাবে বন্ধ-বঢ়া কৰা আৰু কামৰ পৰা আজৰি পোৱাৰ পিছত স্বামীৰ কথ'বোৰ কাণপাতি শুনাটো তেওঁৰ বাবে দৈনন্দিন আৰাম দায়ক কথা। তেনে স্থলত হঠাতে স্বামী বিয়োগত বেগমে স্থিৰেৰে থাকিব কেনেকৈ? সেই নিৰ্ম্মম আঘাত সহ্য কৰিব কেনেকৈ? যি মইনা আৰু ভাটো চৰাই দুটিক এৰি বেগমে এটুপি পানীও মুখত নিদিয়ে সেই চৰাই দুটিৰ কালে এবাৰো চোৱাৰ ধৈৰ্য্য নোহোৱা হ'ল বেগম ছাহজাহানৰ। স্বামীৰ চিৰ বিদায়ত বেচেৰী ভাগৰি পৰিল কান্দি কান্দি, ভাগৰি পৰিল পিতাকৰ মৃত্যুত দুজনী কন্যা আৰু ভাগৰি পৰিল ককা দেউতাকৰ মৃত্যুত সাতজন নাতি-নাতিনী।

এৰা, প্ৰকৃতিৰ হ'ল কি? কোৱা হয় যে মহান ব্যক্তিৰ মৃত্যুত পৃথিবীত ভূমিকম্প হয়। ১৯৬৪ চনৰ ২৮ মে'ৰ দিনা, জৱাহৰলাল নেহৰুৰ মৃত্যুৰ পিছত পুৱা ১১-৪৪ বজাত আৰু পিছদিনা পুৱা ৭-৩০ বজাত ভূমিকম্পৰ মৃদু জোকাৰণি অনুভৱ কৰাৰ দৰে জাকিৰৰ মৃত্যুৰ পিছতো দিল্লীত দুবাৰো ভূমিকম্প হয়! জাকিৰ চাহাবৰ মৃত্যুত প্ৰকৃতিয়েও যেন থিৰেৰে থাকিব নোৱাৰিলে। চাৰিওফালে যেন কেৱল অস্থিৰ, অধৈৰ্য্য আৰু শোকৰ বিননি। দেশ-বিদেশৰ পৰা আহিল শত-সহস্ৰ শোকবাণী, হেজাৰ হেজাৰ লোকে আগ বঢ়ালে শেষ শ্ৰদ্ধাঞ্জলি।

ৰাষ্ট্ৰপতি জাকিৰ হুছেইনৰ মৃত্যু হ'ল স'চা, কিন্তু তেওঁৰ সেই মৃত্যু যে অপৰাজেয় তাক কোনেও শুই কৰিব নোৱাৰে। তেওঁৰ মহান ব্যক্তিত্ব আৰু সৎ আদৰ্শবাদিয়ে তেওঁক জীয়াই ৰাখিব চিৰকাল।



## ॥ জাকিৰ হুছেইনৰ মহান বাণী ॥

● স্বাধীনতা কেতিয়াও কোনেও দান নকৰে, অৰ্জন কৰিহে লব লাগে আৰু তেওঁলোকেহে তাক ৰাখিব পাৰে যি সকলে কৰ্মঠ জীৱনৰ প্ৰতিটো মিনিটতে সেয়া অৰ্জন কৰি থাকে।

● এখন গণতান্ত্ৰিক সমাজে অকল আনে দিয়া ধাৰণা আৰু আঁচনিৰ কৃতকাৰ্য্যতাৰ বাবে কাম কৰিলেই সকলো নহয়; আনহাতে তেনে সমাজৰ প্ৰতিজনে ব্যক্তিগতভাৱে জাতীয় জীৱনৰ চানেকি গঠনত 'জাতীয় নেতৃত্ব'ৰ ক্ষুদ্ৰাংশ ৰূপে অকণমানকৈ হলেও বৰঙণি যোগাব লাগে।

● একতা, শক্তি, সমূহীয়া কল্যাণৰ কাৰ্য্যকৰী সংগঠন— এইবোৰ কৃতকাৰ্য্য হব নোৱাৰে যদি আমাৰ প্ৰতিজনে তেওঁ ভগা দংবোজ কাম হব লাগে বুলি টানি ধৰে, নাইবা যদি আমাৰ প্ৰতিজনে এটা ভুৱা ধাৰণা লৈ থাকে যে পৃথিৱীখন তেওঁ নহলে নচলিব কাৰণে তেওঁৰ ওপৰত গুৰুত্বদান কৰিবই লাগিব।

● গণতন্ত্ৰই কাকো বাধা নজন্মায়, সন্মতিহে আহৰণ কৰে। ব্যক্তিগত কৰ্ম প্ৰৱণতাতহে কৃতিত্বৰ বাবে ই ভৰসা ৰাখে, ওপৰৰ পৰা জোৰেৰে জাপি দিয়া ব্যৱস্থা নহয়। ইয়াৰ মূল বৈশিষ্ট্য বা গুণ হৈছে—সহযোগ, বুজাই-বঢ়াই সন্মতি আহৰণ আৰু ব্যক্তিগত ভাৱে সক্ৰিয় চিন্তা বা কৰ্মৰ প্ৰয়োগ।

● আমি বুজি পাব লাগিব,—চৰম বিশ্লেষণৰ অন্তত এইটোৱেই সত্য প্ৰমাণিত হয় যে জাতি এটাৰ আত্মৰক্ষাৰ শক্তি নিৰ্ভৰ কৰে তাৰ অৰ্থনৈতিক শক্তি আৰু জনসাধাৰণৰ মনোবলৰ ওপৰতহে। সেই কাৰণে, যেনে ধৰণৰ জীৱন যাত্ৰাৰে নহওক কিয়, আমি সকলোৱে এই শক্তি গঠনৰ কাৰণে একেলগে কাম কৰা উচিত।

● মহাকাশ অভিযানত ব্যস্ত থকা উত্তেজনাপূৰ্ণ যুগ এটাত এইটো সঁচাকৈয়ে অতি দুখৰ কথা হব যদিহে মানুহে পৃথিৱীত তেওঁলোকে নিজে সৃষ্টি কৰা সমস্যাবোৰত নিমগ্ন থাকে,—এই সমস্যা হ'ল অনিয়ন্ত্ৰিত ভাবে বংশ বৰ্দ্ধন, অস্ত্ৰ-শস্ত্ৰ বৃদ্ধি আৰু পৃথিৱীৰ প্ৰাকৃতিক সম্পদবাজিৰ দ্ৰুত নিঃশেষকৰণ ।

● প্ৰকৃততে আমাৰ সকলোবোৰ ভাষাই একেটা সংস্কৃতি আৰু ঐতিহ্যৰ সৃষ্টি। আমাৰ দেশৰ ভাষাত বহুলতা তথা বিভিন্নতাৰ মাজতো এটা অন্তৰ্নিহিত ঐক্য আছে। শাসনকাৰ্য্যৰ সুবিধাৰ বাবেহে ভাষাৰ ভেটিত ৰাজ্য পুনৰগঠন কৰা হৈছে আৰু সেয়ে ইয়াক ৰাষ্ট্ৰৰ ঐক্যৰ ক্ষেত্ৰত ভীতিপ্ৰদ হবলৈ কেতিয়াও দিব নালাগে।

● শাসনৰ গোট সমূহৰ সংহতিতে জাতীয় সংহতিৰ গতিৰ অন্ত পৰিব নোৱাৰে; এই গতি চলমান আৰু বহল অৰ্থত আমি আমাৰ জাতীয় অবস্থিতিৰ ক্ষেত্ৰত এই অন্তহীন গতিকে দেশৰ উন্নয়নৰ বাবে গ্ৰহণ কৰিছো। কাৰণ আমি আমাৰ জনসাধাৰণৰ জীৱন ধৰ্মাক জাতি-ধৰ্ম-বৰ্ণবিহীন গণতন্ত্ৰৰ ভেটিত থাপিব খুজিছো, আৰু সেয়ে আমি সমাজখন সাম্যবাদী আহিৰে গঠন কৰিব খুজিছো অৰ্থাৎ সামাজিক গণতন্ত্ৰৰ ৰূপত দেশক গঢ় দিব খুজিছো।

● গণতন্ত্ৰত শিক্ষাৰ মূলনীতি হব লাগে— শিশুৰ ব্যক্তিত্বৰ প্ৰতি শ্ৰদ্ধা জ্ঞাপন। শিশু উপযুক্ত নাগৰিক হব লাগিব। এওঁলোকৰ সামগ্ৰিক উন্নয়ন আৰু বুদ্ধিদীপ্ত স্বতঃস্ফূৰ্ত সহযোগে এবে সমাজ ব্যৱস্থাক ক্ৰমে অধিক নৈতিক যুক্তিৰ ভেটিত স্থাপন কৰিব পাৰে। গণতন্ত্ৰৰ গুৰুবিষয়টো তাতেই নিহিত আছে।

● আমাৰ কাৰণে অৰ্থনীতি এটা মানসিক ধাৰণা নহয়; ই এটা সামাজিক অৱস্থিতি, সংস্কৃতিৰ এটা অংগ, মানৱীয় কৰ্ম আৰু সত্তাৰ এটা মিশ্ৰণ। মানুহৰ সীমাহীন অভাৱৰ বিপৰীতে তেওঁলোকৰ সন্তুষ্টিৰ বাবে সীমাবদ্ধ সম্পদৰ পৰিপ্ৰেক্ষিতত এই ধৰণা অৰ্থনীতি অপৰিহাৰ্য্য।

● ঈশ্বৰৰ মাহাত্ম্যতকৈ মানৱৰ সুখ-শান্তি আজিৰ জীৱনৰ চৰম লক্ষ্য।

● মানুহৰ মনত ধাৰণা সৃষ্টিৰ ক্ষমতা আছে, লক্ষ্য থিৰ কৰাৰ শক্তি আছে, মান স্থাপনৰ বুদ্ধি আছে— যিয়ে সকলো জীৱন্ত প্ৰাণীৰ ভিতৰত মানুহক অনন্য কৰিছে আৰু একমাত্ৰ সংস্কৃতি-স্ৰষ্টা ৰূপে গঢ়িছে। সংস্কৃতিৰ সকলোখিনি এসময়ত মানুহৰ মনো-জগতত আছিল। আমি সংস্কৃতিৰ ক্ষুদ্ৰ জগতখনৰ স্ৰষ্টা আৰু আমি সংস্কৃতিৰ বিষয়ে উপলব্ধি কৰিব পাৰোঁ; সেয়া বুজি পাওঁ ঠিক যেনেদৰে বৃহৎ জগতখনৰ স্ৰষ্টা ভগৱানে তেওঁৰ সৃষ্টি নিজে উপলব্ধি কৰে। (দৈনিক অসম— ৩ মে' ৭০)



## শ্রীগোকুল ডেকাৰ কেইখনমান কিতাপ

১। ভাৰত ৰত্ন লাল বাহাদুৰ (জীৱনী)
২। কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা ( " )
৩। ৰাষ্ট্ৰপতি জাকিৰ হুছেইন ( " )
৪। এজাক গাভৰু (কবিতা)
৫। এখন দেৱাল (মিনি গল্প)
৬। বিহু বিনন্দীয়া (সম্পাদিত বিহু-প্ৰবন্ধ)
৭। অনামিকা (গল্প)